নিৰোদ চৌধুৰী

# বহুত মুখ বহুত ৰঙ

নিউ বুক ষ্টল
গুৱাহাটী-১

॥ প্ৰকাশক ॥
শ্ৰীবত্নেশ্বৰ দত্ত
নিউ বুক ষ্টল
পানবজাৰ, গুৱাহাটী

॥ প্ৰথম প্ৰকাশ ॥
ছেপ্তেম্বৰ ১৯৬৭

॥ ছপাশাল ॥
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫ বৈঠকখানা ৰোড
কলিকাতা-৯

মূল্য······৩·৫০

বহুত মুখৰ সমাবেশ এই গ্ৰন্থত—নিষ্ঠুৰ হত্যাকাৰীৰ পৰা অতুলনীয় মানৱদৰদী চুৱেটজাৰলৈ, এই যুগৰ শ্ৰেষ্ঠ কথা সাহিত্যিক চমাৰছেট মম, নোবেল বঁটা বিজয়ী ঔপন্যাসিক মিখাইল চলোকভ, নিগ্ৰো সাহিত্যৰ বিপ্লবী লেখক জেমচ বল্ডউইন, ৰাজনীতিজ্ঞ হিচাপেহে পৰিচিত নেহৰুৰ সাহিত্যিক জীৱন, ভাৰতৰ প্ৰথম মহিলা প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী আদি—বহুৰঙী এইবোৰ মুখ—সৌ সিদিনা ডালাচৰ ৰাজপথত গুলীয়াই মৰা কেনেডীৰ হত্যাকাণ্ডতে আমি স্তম্ভিত হৈছিলোঁ, অথচ এই শতিকাতে তেনে নৃশংস ৰাজনৈতিক হত্যাকাণ্ড আৰু ঘটিছে—সেই সকল ব্যক্তি গান্ধী, ফাৰ্ডিনেণ্ড, আশ্বানুমা, হৰে লণ্ডৰ হত্যা কাহিনীৰ ৰোমাঞ্চকৰ বিৱৰণ। এই গ্ৰন্থত মুখৰ বৈচিত্ৰ্যৰ দৰে ৰঙৰ বৈচিত্ৰ্যও বিদ্যমান।

সমসাময়িক এই ঘটনাসমূহকে মই সংশ্লিষ্ট ব্যক্তিৰ পটভূমিত গতানুগতিক পদ্ধতিত নকৈ অলপ নতুন ভাবে ক'বলৈ যত্ন কৰিছোঁ। অলপ্ৰ কিতাপ, আলোচনী, বাতৰি-কাকত, চিঠি পত্ৰৰ পৰা মই এইবোৰ সংগ্ৰহ কৰিছোঁ, সেই সকলোবোৰৰ নাম ইয়াত উল্লেখ কৰাটো সম্ভৱ নহয়। ঠায়ে ঠায়ে কিছুমান লেখাত কোনো কোনা ৰচনাৰ আক্ষৰিক অনুবাদো আছে। এই সকলোৰে ওচৰত মই নতশিৰে ঋণ স্বীকাৰ কৰিছোঁ। ৱাৰেণ কমিচনৰ বিবৃত্তিটো কিতাপ আকাৰে প্ৰকাশৰ আগতে 'নিউ ইয়ৰ্ক টাইমচ'ৰ এচিষ্টেন্ট জেনাৰেল মেনেজাৰ হেৰীচন ঈ চেলীচবাৰীয়ে দিয়াত মই তেওঁৰ ওচৰত বিশেষ ভাবে কৃতজ্ঞ। এইখিনিতে উল্লেখিয়াই থোৱা ভাল হব যে কেনেডী হত্যাৰ চৰকাৰী বিবৃত্তি প্ৰকাশৰ পিচতো এতিয়াও মাৰ্ক লেইন, উইলিয়াম মানচেষ্টাৰ বা আন বহুতে উক্ত বিবৃত্তিৰ প্ৰতিবাদ কৰি নানান গ্ৰন্থাদি প্ৰকাশ কৰিছে, সেইবোৰ ইয়াত সাঙুৰিবলৈ চেষ্টা কৰা হোৱা নাই।

এই গ্ৰন্থত সন্নিবিষ্ট প্ৰায় ভাগ লেখাই লেখিবলৈ বাধ্য কৰোৱা বাবে 'অসম বাণী'ৰ সহকাৰী সম্পাদক নীৰেণ বৰুৱা, হত্যাকাণ্ড শিতানৰ নিবন্ধ কেইটিৰ সমল গোটাই দিয়া বাবে 'আসাম ট্ৰিবিউন'ৰ সহকাৰী সম্পাদক ৰবীন বৰুৱা, কিতাপৰ নামটো দিয়া বাবে হীৰেণ ভট্টাচাৰ্য্য, বেটুপাত চিত্ৰায়ণৰ বাবে বেণু মিশ্ৰ, মোতকৈও প্ৰকাশ কাৰ্য্যত উৎসাহেৰে যোগাযোগ কৰা প্ৰফুল্ল হাজৰিকা আৰু প্ৰকাশ দায়িত্ব লোৱা বাবে ৰত্নেশ্বৰ দত্তলৈ মোৰ আন্তৰিক কৃতজ্ঞতা ৰ'ল।

নিঃ চৌঃ ॥ গুৱাহাটী

*"How amazing is this spirit of man! In spite of innumerable failings, man, throughout the ages, has sacrificed his life and all he held dear for an ideal, for truth, for faith, for country and honour. That ideal may change, but that capacity for self sacrifice continues, and, because of that, much may be forgiven to man, and it is impossible to lose hope for him. In the midst of disaster, he has not lost his dignity or his faith in the values he cherished. Plaything of nature's mighty forces, less than a speck of dust in this vast universe, he has hurled defiance at the elemental powers, and with his mind, cradle of revolution, sought to master them. Whatever gods there be, there is something god-like in man . . ."*

—NEHRU

॥ এই লেখকৰে ॥

মোৰ গল্প
অঙ্গে অঙ্গে শোভা
সোণ পৰুৱা
নিশিগন্ধা
বায়ু বহে পূৰবৈয়া
বিচিত্ৰা
প্ৰথম প্ৰহৰ
অসমীয়া প্ৰেমৰ গল্প
হংস মিথুন
স্তব্ধ বৃন্দাবন
মন প্ৰজাপতি
হীৰাপান্না

# এই শতিকাৰ অবিস্মৰণীয় হত্যাকাণ্ড

পৃথিৱীৰ ইতিহাসত
অসংখ্য ৰাজনৈতিক হত্যাকাণ্ড
আজিলৈকে
সংঘটিত হৈ আহিছে। যাৰ ফলত ইতিহাসৰ
গতিপ্ৰৱাহ সাময়িক ভাবে ৰুদ্ধ হৈ
যোৱাৰ উদাহৰণ আছে। ৰাজনৈতিক হত্যাকাণ্ডৱে সমগ্ৰ
মানবসমাজক
স্তব্ধ কৰি দিয়া এই শতিকাৰ ( ১৯০০ ৰ পৰা
বৰ্ত্তমানলৈ ) তেনে উল্লেখযোগ্য পাঁচোটি হত্যাকাণ্ডৰ
কাহিনী ইয়াত আছে—আৰম্ভ হৈছে
গান্ধী হত্যাকাণ্ডৰে...

# গান্ধী

ইতিহাসৰ পাতত এনে একোটি কাহিনী মাজে-সময়ে লিখা হৈ যায়, যাৰ কথা কোনোদিন কেতিয়াও কোনোৰে অসতৰ্ক মুহূৰ্ততো এবাৰলৈও ভবা নাছিল। অথচ সেই নভবা কথাই হয়, তেতিয়া আমি কওঁ এয়া অঘটন, বিধিলিপি, ভাগ্যৰ বিড়ম্বনা। আৰু কত কি! কিন্তু কিয়, কিয় এই অভাৱনীয় ঘটনা ঘটিবলৈ পায়, কিয় অজস্ৰ মানুহৰ মাজত এনে একোজন মানুহ ওলায় যি সৰ্বসাধাৰণৰ চিন্তাধাৰাৰ পৰা সম্পূৰ্ণ বিপৰীতভাবে চিন্তা কৰি এনে এক কাৰ্য কৰে যাৰ বাবে সমগ্ৰ মানৱ জাতি স্তম্ভিত, বিস্ময়ত হতবাক হৈ যায়?

আৱহমান কালৰপৰা এনে এক শ্ৰেণীৰ মানুহ আছে যি কৰি আহিছে মানবতাৰ নামত চৰম অকল্যাণ। সেইবোৰ মানুহক ইতিহাসে মনত নেৰাখে সঁচা কিন্তু সেইবোৰৰ কলঙ্কিত অভাৱনীয় নিষ্ঠুৰ কাৰ্যই মানুহক যুগে যুগে কন্দুৱাই আহিছে, কৰি আহিছে দুৰ্বল।

তেনে একশ্ৰেণীৰ মানুহে মানব সভ্যতাৰ অগ্ৰগতিৰ পথত বিৰাট বাধা হৈ থিয় দিছে। অত্যন্ত নিষ্ঠুৰভাবে তেওঁলোকে এনেভাবে সমগ্ৰ মানৱজাতিক স্তম্ভিত কৰি একোটিহঁত কাম কৰি আহিছে, যাৰ শেষ আজিলৈ হোৱা নাই। সৌ সিদিনা তেনে এক নিষ্ঠুৰ অভাৱনীয় কাণ্ড হৈ গ'ল। এক ক্ষুব্ধ যুৱকৰ গুলীৰ আঘাতত আমেৰিকাৰ প্ৰেছিডেণ্ট কেনেডীৰ মৃত্যু হ'ল। আৰ্লিংটনৰ সমাধি-ক্ষেত্ৰৰ সেউজী ঘাঁহনিডৰাৰ মাজত প্ৰেছিডেণ্ট কেনেডী আজি চিৰনিদ্ৰাত মগ্ন। আব্ৰাহাম লিঙ্কনৰ মহৎ চৰিত্ৰ আৰু মহান মৃত্যুৰ লগত আজি জন এফ কেনেডীৰ তুলনা টনা হৈছে, কাৰণ বিংশ শতাব্দীত তেৱেঁ লিঙ্কনৰ

পদাঙ্ক অনুসৰণ কৰিছিল আৰু তেওঁৰ দৰেই ঘাতকৰ হাতত মৃত্যুও বৰণ কৰিছে। মাৰ্কিন ইতিহাসৰ সন্ধিক্ষণত যিজনে এই যুগৰ সবাতোকৈ প্ৰতিশ্ৰুতিপূৰ্ণ 'লিঙ্কনৰ তাৰুণ্য মূৰ্তি' লৈ আবিৰ্ভাৱ হৈছিল আৰু পাৰমাণৱিক যুগত যিজনে আমেৰিকাৰ মানুহ তথা বিশ্বৰ মানুহৰ শান্তিক সতৰ্কতাৰে সংৰক্ষণ কৰি আহিছিল, সেইজনৰ নেতৃত্বও তিনি বছৰৰ বেছি স্থায়ী নহ'ল। কিয় ?

আকৌ সেই একোটা উত্তৰ ঃ একশ্ৰেণীৰ মানুহ আছে যি সৰ্ব-সাধাৰণৰ চিন্তাধাৰাৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ অত্যন্ত নিষ্ঠুৰভাৱে এক স্বপৰিকল্পিত অচল আদৰ্শৰ প্ৰতি দৃঢ় বিশ্বাসৰ বশীভূত হৈ কৰি আহিছে মানৱতাৰ নামত চৰম অকল্যাণ। সেইজন মানুহ হ'ব পাৰে লী হাৰ্ভে অছওৱাল্ড, হ'ব পাৰে জন ওইলক্সিছ বুথ, হ'ব পাৰে চাৰ্লছ জে গুইতো, হ'ব পাৰে লিওন কোলোগাছে, হ'ব পাৰে নাথুৰাম গডছে।

নাথুৰাম গডছে।

প্ৰত্যেক ভাৰতবাসীৰ বাবে চিনাকি এই নাম। সেই নামৰ সতে জড়িত হৈ আছে এই ঐতিহ্যপূৰ্ণ মহান দেশৰ এক অত্যন্ত নিকৰুণ কাহিনী, যাৰ দুৰন্ত আঘাতৰ পৰা আজিও ভাৰতবৰ্ষই গা কৰি উঠিব পৰা নাই।

ৰাজনীতিৰ নামত কলঙ্কিত এই কাহিনীৰ আৰম্ভণি কোনে জানে কেতিয়া কেনেকৈ হৈছিল ? কিন্তু মানৱদৰদী সকলোকে সমান চকুৰে চাই সমভাতৃত্ব আৰু সহঅৱস্থানৰ দ্বাৰা এখন সুন্দৰ, অপঁয়া নলগা অপূৰ্ব পৃথিৱীৰ সপোন দেখা সেইবোৰ মানুহক যুগ যুগ ধৰি এনেদৰেই শেষ কৰি দিছে অছওৱাল্ড, বুথ, জে গুইতো, কোলাগাছে আৰু নাথুৰামৰ দলে। ইতিহাসৰ গতিপ্ৰৱাহ খন্তেকৰ বাবে তেতিয়াই বন্ধ হৈ যায়। প্ৰচলিত গতিপ্ৰৱাহৰ সোঁত সলনি হয়। আকৌ নতুন পৰিকল্পনা, নতুন আদৰ্শৰ আৰম্ভক হয়। সঁচা কথা, ৰাজনীতি চলমান সময়ৰ সতে খাপ খাই আগবাঢ়ে আৰু তাৰ লগত থাকে যুক্তি-তৰ্কৰ অৱতাৰণা। কিন্তু এটা সময় আহে যেতিয়া এক শ্ৰেণীৰ মানুহৰ বাবে



এইবোৰ কথাৰ কোনো অৰ্থই নেথাকে। তেতিয়া এই উন্মাদপ্ৰায় মানুহৰ বাবে যুক্তিতৰ্কৰ প্ৰশ্ন নুঠে আৰু সেই মুহূৰ্তত তেওঁলোকে অদ্ভুত এক কাৰ্যৰে সেই প্ৰশ্নৰ সমাধান বিচাৰে। যি মানুহে ভাবে যে তেওঁ নিজে বৰ দুৰ্বল, অথচ শত্ৰু বৰ শক্তিশালী, যি মানুহৰ নিজস্ব আদৰ্শ বুলিবলৈ একো নাই, যি মানুহে ভাবে যে তেওঁ বিচৰা সকলো কথাৰ এক ব্যতিক্ৰম ঘটিছে—বেছিভাগতেই এনে মানুহৰ সকলো বীতৰাগ, খং আৰু বিদ্বেষ গৈ কেন্দ্ৰীভূত হয় যি কোনো এজন মানুহৰ ওপৰত। তেতিয়া তেনে মানুহে ভাবে যে সেই মানুহজনক আঁতৰাই পেলালেই সকলো সমস্যাৰ সমাধান হব। তেনে চিন্তাৰ বশীভূত হৈ সেই শ্ৰেণীৰ মানুহ আগবাঢ়ে, হাতত থাকে যি কোনো এবিধ অস্ত্ৰ, সেই অস্ত্ৰৰে কৰে আঘাত। লগে লগে ইতিহাসৰ গতি অন্য সোঁতত প্ৰবাহিত হ'বলৈ আৰম্ভ কৰে। তেনে আঘাতেই ৰাজনীতিৰ জগতত বৈপ্লৱিক পৰিবৰ্তন অনা আব্ৰাহাম লিঙ্কন, জেমছ গাৰফিল্ড, ট্ৰটস্কি, ইনুকাই, হুয়ে লং, মেক্‌কিনলি আৰু গান্ধীজীৰ দৰে মহান ব্যক্তিক নিঃশেষ কৰি দিছে।

মোহনদাস কৰমচাঁদ গান্ধী সমগ্ৰ জীৱনত আছিল শান্তিপ্ৰিয় মানুহ। এই শান্তিপ্ৰিয় স্বভাৱ তেওঁৰ ব্যক্তিগত জীৱন নিৰ্বাহতে নহয়, তেওঁৰ সমগ্ৰ আদৰ্শ, সমগ্ৰ চিন্তাধাৰা আৰু কাৰ্যাৱলীৰ মাজতে প্ৰতিভাত হৈছিল। সন্দেহ নাই, শান্তিপ্ৰিয়তাৰে জাতি এটাক উদ্বুদ্ধ কৰিব নোৱাৰি, কৰিব নোৱাৰি সতেজ, বিপ্লৱী। অথচ গান্ধীজীয়ে তাকেই কৰিছিল। সম্পূৰ্ণ নব্য এক পন্থা অহিংস নীতিৰে দুশবছৰীয়া ভাৰতৰ দাসত্ব শৃঙ্খল তেওঁ মুক্ত কৰি দিলে। দিলে পৰাধীন মূক ভাৰতবাসীৰ মুখত অনাগত ভৱিষ্যতৰ মধুৰ স্বপ্ন। গান্ধীজীৰ এই নতুন পন্থাই সমগ্ৰ পৃথিৱীকে অবাক কৰি তুলিলে।

অথচ ভাৰতৰ বাবে স্বাধীনতা গান্ধীৰ আদৰ্শৰ ভগ্ন ৰূপ হ'ল। গান্ধীয়ে বিচাৰিছিল সকলো মানুহৰ মাজতে সমভাতৃত্বৰ ভাৱ, বিশেষকৈ ভাৰতৰ বিভিন্ন জাতিৰ মাজত এক দৃঢ় ঐক্য, যাৰ ভিত্তিত প্ৰস্তুত হব

ভবিষ্যত ভাৰতৰ আধাৰশিলা। নহ'ল। গান্ধীজীৰ কল্পিত আদৰ্শৰ ভাৰতবৰ্ষ নহ'ল। ৰাজনীতিৰ গতিপ্ৰবাহে গান্ধীৰ অখণ্ড ভাৰতৰ স্বপ্ন চূৰ্ণ বিচূৰ্ণ কৰি দিলে। ভাৰত দ্বিখণ্ডিত হ'ল, জন্ম হ'ল ভাৰত আৰু পাকিস্তানৰ।

আৰু ভাৰতৰ এই দ্বিখণ্ডিত ৰূপৰ আগছোৱাত যি ঘটনা ঘটি গ'ল সেয়া গান্ধীৰ দৰে ব্যক্তিৰ বাবে অত্যন্ত অসহনীয়; চৰমতম আত্ম-লাঞ্ছনা আৰু গ্লানিৰ প্ৰাণান্তকৰ অভিজ্ঞতা। সাম্প্ৰদায়িক সংঘৰ্ষই হিংস্ৰ ৰূপ ল'লে ফল স্বৰূপে মৃত্যু হ'ল হেজাৰ হেজাৰ নিৰপৰাধী মানুহ। কলিকতা, পাঞ্জাব আদি কেইবাখনো ঠাইতো এই সংঘৰ্ষই এনে ভয়াবহ ৰূপ লৈছিল যাৰ কথা হয়তো ভাৰতৰ সভ্যতাৰ বুৰঞ্জীত এক অত্যন্ত কলঙ্কিত অধ্যায় স্বৰূপে চিহ্নিত হৈ থাকিব। হিন্দু-মুছলমানৰ এই সাম্প্ৰদায়িক সংঘৰ্ষই গান্ধীক বিমূঢ় কৰি তুলিলে। সেই মহামানৱে হয়তো মনে মনে ভাবিলে: এয়া কি হ'ল। তেও বিচৰা ভাৰতবৰ্ষৰতো এইৰূপ নহয়। দিল্লীৰ এক প্ৰাৰ্থনা সভাত গান্ধীজীয়ে ক'লে: আমি যেতিয়া স্বাধীনতা পালোঁ আমি নিজৰ বিচাৰ-বুদ্ধিও হেৰুৱাই পেলালো। অন্ততঃ মই, যদিও আপোনালোক নহয়।'

সন্দেহ নাই, গান্ধীজীৰ এই উক্তি এক অত্যন্ত বেদনাহত গভীৰ আঘাতপ্ৰাপ্ত মনৰ কথা। যদিও বুটিছে ভাৰত এৰি যোৱাৰ পিচতো গান্ধীয়ে ভবাৰ দৰে বিচৰা সকলোখিনি নেপালে তথাপি তেওঁ সংগ্ৰাম এৰি নিদিলে। পাঞ্জাবত সাম্প্ৰদায়িকতাৰ নামত নৃশংস উৎপীড়ণ আৰু অত্যাচাৰৰ পিচত বঙ্গদেশতো তেনে সংঘৰ্ষই দেখ দিবা পাৰে বুলিয়ে গান্ধীজী কলিকতালৈ আহিছিল। কলিকতাত তেওঁ অতিথি হৈছিল হিন্দুৰ নহয়, এজন মুছলমানৰ। হিন্দু-মুছলমানৰ মাজত যেতিয়া অনৈক্যৰ ভেটি সুদৃঢ় হৈ উঠিছিল তেতিয়াও সমভাতৃত্বৰ আদৰ্শ স্থাপন কৰিবলৈ গান্ধী আছিল এক অহিন্দুৰ ঘৰত। ইয়াতকৈ চৰম ত্যাগ আৰু আদৰ্শৰ কথা কি হ'ব পাৰে? কিন্তু গান্ধীয়ে ভবামতে নহ'ল, ছেপ্তেম্বৰ মাহত কলিকতাৰ ৰাজপথৰ ওপৰত শই শই শগুণ দেখা



গ'ল। মানুহৰ মৰাশৰে চাৰিওফালে ভৰি পৰিল। ইতিহাসত সেই কাহিনী কেনেকৈ লেখা হ'ব মই নেজানো, কিন্তু এজন প্ৰত্যক্ষদৰ্শী সাংবাদিকৰ অভিজ্ঞতাৰ এটা উদাহৰণেই বোধহয় এই হিন্দু-মুছলমান বিৰোধৰ গুৰুত্ব বুজাবলৈ যথেষ্ট হ'ব।

সাংবাদিকজনাই লিখিছে: 'মই উঠি অহা চাইকেলখন চাৰি-পাঁচজন মানুহে ৰখালে। মই মনে মনে এনেয়ে শঙ্কিত হৈ ঘৰ পাবলৈ উদ্বাউল হৈ পৰিছিলোঁ। এইবাৰ এই অৱস্থাত পৰি মই ত্ৰাহি ত্ৰাহি সুৰৰিলোঁ। মোৰ চাৰিওফালে তৈতিয়া এক প্ৰচণ্ড গন্দগোল। কোনে কাক মাৰিছে, কোনে কাক কি কৰিছে একো ঠিক নাই। কেঁচা তেজৰ গোন্ধ মোৰ নাকত লাগিছিল, জ্বলা জুইত কেঁচা মঙহ পোৰাৰ গন্ধ। এজনে মোক সুধিলে: 'আপুনি হাড়-ভঙাৰ সঙ্গীত শুনিছেনে?' মই নুবুজি 'নাই শুনা' বুলি ক'লোঁ। কবলৈহে পালোঁ, দুজনমানে ধৰি থকা কুমলীয়া ল'ৰা এটাৰ হাতখন মুচৰি দিলে। কুৎসিত শব্দ এটা হ'ল! মাত্ৰ এটা নহয় আৰু কেইবাটাও। তাৰ পিচত দেখিলোঁ অসহ্য যন্ত্ৰণাৰ ছাপ মুখত লৈ কুমলীয়া সেই নিৰপৰাধী ল'ৰাটোৰ প্ৰাণহীন দেহ ৰাজপথত বাগৰি পৰিল।'

গান্ধীজী বিবুদ্ধিত পৰিল। এইবাৰো তেওঁ তেওঁৰ শেষ অস্ত্ৰ ব্যৱহাৰ কৰিলে। আৰম্ভ কৰিলে আমৰণ অনশন। গান্ধীজীয়ে ক'লে যে যদিহে এই সাম্প্ৰদায়িক সংঘৰ্ষ বন্ধ নহয় তেন্তে তেওঁ অনশন বন্ধ নকৰে। অৱশেষত দুয়োপক্ষৰ নেতাৰ আলোচনাৰ পিচত অলপ আশাৰ ৰেঙনি দেখা গ'ল। সাময়িকভাবে সংঘৰ্ষ বন্ধও হ'ল কিন্তু ১৯৪৮ চনৰ জানুৱাৰীত অৱস্থাৰ আৰু বেছি অধোন্নতি হ'ল। এইবাৰ ভয়ৰ কেন্দ্ৰ হ'ল কাশ্মীৰ। গান্ধীজীয়ে আকৌ অনশন আৰম্ভ কৰিলে। সেয়া ১৯৪৮ চনৰ ১২ জানুৱাৰীৰ কথা। এইবাৰ পিচে সকলো মানুহেই গান্ধীজীক সমৰ্থন নজনালে। পাঞ্জাবৰ পৰা অহা ভগনীয়াবোৰে গান্ধীজী থকা বিৰলা হাউছৰ বাহিৰত চিঞৰিলে: 'আমিহে যন্ত্ৰণা ভুগিছোঁ; গান্ধীয়ে নহয়।'

গান্ধীজী তথাপি অটল হৈ ৰ'ল। অৱস্থাৰ সামান্য উন্নতি আশা কৰোঁতেই তিক্ত এদলে চিঞৰি উঠিল : 'গান্ধীক মৰিবলৈ দিয়া হওক।'

অৱশেষত গান্ধীজীৰে জয় হ'ল।" চৰকাৰে ছুয়োপক্ষৰ কথা শুনিলে— অৱস্থাৰ ভালেখিনি উন্নতি হ'ল। কিন্তু তিক্ততাৰ শেষ নহ'ল।

গান্ধীজীয়ে সফল অনশনৰ পিচত আকৌ প্ৰাৰ্থনা সভা পাতিলে। বিৰলা হাউছৰ বাগিচাত গান্ধীজীয়ে গভীৰভাবে অনুভৱ কৰিছিল তেওঁৰ আত্মাৰ গূঢ় কথা জনসাধাৰণক কোৱা দৰকাৰ। নহলেহে তেওঁৰ কল্পিত ৰামৰাজ্যৰ স্বপ্ন থানবান হৈ যাব। প্ৰাৰ্থনা সভাত গান্ধীজীয়ে আকৌ মনৰ বিশুদ্ধতাৰে আত্মাৰ শুদ্ধতাৰ সন্ধানৰ কথা ক'লে। ক'লে আমি এজন ভগবানৰ সন্তান বুলি ভাবি সকলোৰে মাজত নিজৰ প্ৰতিবিম্ব বিচাৰি নেচাওঁ কেলেই? ক'লে, জাতিভেদৰ বিচাৰত মানুহৰ কৰ্মৰ বিচাৰ হ'ব নেলাগে।

বিশ জানুৱাৰীৰ দিনা বিৰলা হাউছৰ প্ৰাৰ্থনা সভাত কেইটামান যুঁজাৰু হিন্দুৱে এটা হাত বোমা পেলালে। ভাগ্যক্ৰমে গান্ধীজী আহত নহ'ল। আৰু এই কাৰ্যৰ প্ৰতি তেওঁৰ প্ৰতিক্ৰিয়াও আচৰিত। গান্ধীজীয়ে ক'লে : 'মই সেই আততায়ীজনক উৎপীড়ণ কৰাটো নিবিচাৰোঁ। মই ভাল পাম যদি আপোনালোকে তেওঁক সজ চিন্তা আৰু প্ৰকৃত সত্য কৰ্মৰ প্ৰতি অনুগামী কৰি তুলিব পাৰে।

গান্ধীজীৰ মানসিক অৱস্থাৰ অকণো পৰিবৰ্তন নহ'ল যদিও তেওঁ জানিছিল যে বোমা দলিওৱা মানুহজন নিশ্চয় অকলশৰীয়া নাছিল। প্ৰাৰ্থনা সভাত কোনো পুলিচৰ ৰক্ষণাবেক্ষণ তেওঁ দিব খোজা সত্বেও নিবিচাৰিলে। কলে : আগৰ দৰেই প্ৰাৰ্থনা কৰি থকাটোৱে বিচাৰোঁ, যদি বোমা দলিয়ায়, দলিয়াওক, বুলেট যদি পৰে, পৰক।

অন্য দিনাৰ দৰেই গান্ধীজী সোনকালে উঠিল—তিনি বাজি ত্ৰিশ মিনিট যোৱাত। প্ৰাৰ্থনাৰ বাবে। দিনটো তেওঁ কিছু জৰুৰী কাগজ-পত্ৰ চোৱা-মেলা কৰিলে। আগন্তুক কংগ্ৰেছ পাৰ্টিৰ মিটিঙত সেইবোৰ বিষয়ে আলোচনা হ'ব। ৰাতিপুৱা যেতিয়া তেওঁৰ চেক্ৰেটেৰীজন তেওঁৰ



ওচৰলৈ আহিছিল গান্ধীজীয়ে কৈছিল : 'মোৰ সকলোবোৰ জৰুৰী চিঠি আনাচোন। মই আজিয়ে সেইবোৰৰ উত্তৰ দিব লাগিব, কোনে জানে কাইলৈ হয়তো মই নেথাকিবও পাৰোঁ।'

চাৰিবজাত চৰ্দাৰ পেটেল আহিল গান্ধীজীৰ ওচৰলৈ। বহুসময় ছুয়োৰে নানান জৰুৰী বিষয়ে কথা হ'ল; গান্ধীজীয়ে কলে যে তেওঁ চৰ্দাৰ পেটেলৰ শ্ৰীনেহৰুৰ স'তে ভালেমান কথাত মত বিৰোধ হোৱা কথাটো জানে, গান্ধীজীয়ে পেটেলক শ্ৰীনেহৰুৰ স'তে এটা বুজাপৰাৰ মাজত আহিবলৈ উপদেশ দিয়ে। কাৰণ, গান্ধীজীয়ে কৈছিল যে ভাৰতৰ এই সন্ধিক্ষণত পেটেল আৰু নেহৰুৱে লগ হৈ বহুকাম কৰিব পাৰিব। গান্ধীজীয়ে আৰু কৈছিল যে এই বিষয়ে তেওঁ শ্ৰীনেহৰুলৈও চিঠি দিছে।

ককালত ওলমি থকা ঘড়িটো আলফুলে সোঁহাতেৰে উঠাই আনি চালে, পাঁচ বাজি দহ মিনিট গৈছে। গান্ধীজীয়ে পেটেলক কলে : মই এতিয়া যাওঁ, মোৰ প্ৰাৰ্থনাৰ সময় হৈছে।

গান্ধীজী গৈছিল প্ৰাৰ্থনা সভালৈ!

আৰু, আৰু এজন মানুহ আহিছিল প্ৰাৰ্থনা সভালৈ। নাম তেওঁৰ নাথুৰাম গডছে।

নাথুৰাম গডছে, হিন্দু মহাসভাৰ এক অন্যতম কৰ্মী। ছয়ত্ৰিশ বছৰ বয়সীয়া নাথুৰাম গডছে 'দি হিন্দুৰাষ্ট্ৰ' নামৰ কাকত এখনৰো সম্পাদক। এই কাকতৰ ছত্ৰে ছত্ৰে তেওঁ মুছলমানসৱক গৰিহণা দিছিল। তেওঁ অনুভৱ কৰিছিল যে তেওঁৰ সকলো কাৰ্য অথবা তেওঁলোকৰ অনুষ্ঠানৰ সকলো কাৰ্য আৰু আদৰ্শৰ এক বিৰাট প্ৰতিবন্ধক হ'ল গান্ধী। নাথুৰামে কৈছিল : 'হিন্দুৰ ওপৰত কৰা জোৰ-জুলুমৰ কথা মই গভীৰভাৱে চিন্তা কৰি চাইছোঁ আৰু ইয়াৰ ফলত আহিবলগীয়া অন্ধকাৰৰ প্ৰতিও মই সচেতন। জাতি হিচাপে ভবিষ্যৎ অন্ধকাৰ যদিহে বাহিৰত হিন্দুই ইচলামৰ প্ৰভুত্ব মানিবলগীয়া হয় আৰু ভিতৰত গান্ধীৰ আদৰ্শ। গতিকে মই হঠাতে গান্ধীৰ বিৰুদ্ধে চৰম ব্যৱস্থা লোৱাৰ স্থিৰ সিদ্ধান্ত কৰি পেলালোঁ।'

পেটেল যোৱাৰ পিচত গান্ধীজী প্ৰাৰ্থনা সভালৈ যাব ওলাল। তেওঁৰ দুয়োকাষে থাকিল সদায় তেওঁৰ সতে থকা আভা আৰু মনু। জনতাই বাট এৰি দিলে। সাধাৰণ বগা ধুতি পিন্ধা ক্ষীণ মানুহজন আগবাঢ়ি গ'ল ধাৰে ধীৰে সমুখত ঘাঁহনিৰ ওপৰত এখন চাপৰ মেজ তাত পাৰি থোৱা আছে—এখন বগা কাপোৰ, তাৰ মাজতে আছে তেওঁৰ প্ৰাৰ্থনাৰ আসন।

সেইদিনা দিল্লীৰ আকাশ গোমা। চপৰা চপৰা ক'লা ডাৱৰ ছটিয়াই দিয়া চিয়াহীৰ দৰে অ'ত ত'ত সিচঁৰিত হৈ আছিল।

হঠাৎ জনতাৰ মাজত হুলস্থূলৰ সৃষ্টি হ'ল। ঘূৰণীয়া মুখৰ ঘন কেকোঁৰা ক'লা চুলিৰ মানুহ এজন জনতাৰ মাজেৰে আগবাঢ়ি গ'ল গান্ধীজীৰ ওচৰলৈ। হয়তো এনেয়ে গান্ধীক স্পৰ্শ কৰিবলৈ অহা বুলি ভাবি মনুই বাধা দিবলৈ চেষ্টা কৰিলে। মানুহজনে সেই বাধা নুশুনিলে, সজোৰে মনুক একাষৰীয়াকৈ ঠেলি থৈ তেওঁ হাত উঠালে। সেই উঠোৱা হাতত আছিল .৩৮ বিৰেট্টা ৰিভলভাৰ আৰু অতি ওচৰৰ পৰা চেপি ধৰিলে ট্ৰিগাৰ।

এটা, দুটা, তিনিটা গুলী ওলাই গ'ল।

'হে ৰাম, হে ৰাম' বুলি বুকুত সেই তিনিটা গুলি সাবটি বাগৰি পৰিল এই শতিকাৰ যুগজয়ী মহানুভৱ এক অনন্য ব্যক্তি। আহত গান্ধীক ঘৰলৈ অনা হ'ল। ছাব্বিশ মিনিট পিচত তেওঁৰ এজন শিষ্য ওলাই আহি ক'লে: 'বাপু আৰু নাই।'

সমগ্ৰ ভাৰতৰ আকাশত দিল্লীৰ আকাশৰ কলীয়া ডাৱৰ বিয়পি পৰিল। ভাৰতৰ আকাশৰ আটাইতকৈ উজ্জ্বল তৰাটো খহি পৰিল। ৰাজঘাটত জলি উঠা চন্দন কাঠৰ চিতা জুইৰ লেলিহান শিখালৈ চাই চাই নেহৰুৱে ক'লে: 'আমাৰ জীৱনৰ পৰা পোহৰ দূৰ হ'ল আৰু চাৰিওফালে এতিয়া মাথোন এন্ধাৰ আৰু এন্ধাৰ। নহয়, মই ভুল কৈছোঁ, কাৰণ এই দেশৰ যি পোহৰ সেয়া সাধাৰণ পোহৰ নহয় কাৰণ হেজাৰ বছৰ পিচতো সেই পোহৰ এই দেশত দেখা দিব আৰু সমগ্ৰ বিশ্বইও সেই



পোহৰ দেখিব কাৰণ সেই পোহৰ হৈছে শাশ্বত সত্যৰ জীৱন্ত প্ৰতীক।'

সঁচা কথা, পোহৰ নোহেৰা হ'ল। নাথুৰামৰ নিষ্ঠুৰ ভাবে তোলা এখন হাতে এটা যুগৰ সত্যসন্ধানী এজন মানৱপ্ৰেমিক নোহোৱা কৰি দিলে? কিন্তু কিয় এই নিষ্ঠুৰ হত্যাকাণ্ড আকৌ সেই একেটা উত্তৰ: একশ্ৰেণীৰ মানুহ আছে যি সৰ্বসাধাৰণৰ চিন্তাধাৰাৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ অত্যন্ত নিষ্ঠুৰভাবে এক স্বপৰিকল্পিত অচল আদৰ্শৰ প্ৰতি দৃঢ় বিশ্বাসৰ বশীভূত হৈ কৰি আহিছে মানৱতাৰ নামত চৰম অকল্যাণ।

সেইজন মানুহ নাথুৰাম গডছেতে শেষ হোৱা নাই।

# ফার্ডিনেণ্ড

উনৈশ শ চৈধ্য চন।

এইটো বছৰৰ কথা কোনেই বা নেজানে? এয়া যে ইতিহাসৰ বুকুত সহজে মচ নোযোৱাকৈ লেখা ৰোৱা এক অতীব বেদনাদায়ক, করুণ কাহিনী। সভ্যতাৰ সুউচ্চ শিখৰত মানুহে যেতিয়া আৰোহন কৰা বুলি নিজকে বৰাই কৰি সগৰ্বে মূৰ তুলি থিয় হৈছিল, তেতিয়াই ধীৰে ধীৰে, অতি সংগোপনে সভ্যতাৰ এই গৰ্ব আৰু দম্ভক চূৰ্ণ কৰি দিবলৈ কোনো দেশৰ কিছুমান মানুহে এহে এক কাৰ্য কৰি গ'ল যাৰ চেকা আজিও পৃথিবীৰ পৰা নোহোৱা হৈ যোৱা নাই। এই সৰ্বনাশী চিন্তাৰে উদ্ভূত কাৰ্যৰ বাবে কোন জগৰীয়া তাৰ বিচাৰ কৰাৰ আৱশ্যক নাই, কাৰণ, দেশ যিয়ে নহওঁক, দোষী মানুহ যিজনেই নওঁক—পৰিণতি স্বৰূপে যি ৰূপ ভৱিষ্যতৰ মানুহৰ বাবে ৰাখি গ'ল তাৰ শেষ আজিও হোৱা নাই। যি কোনো মুহূৰ্তত ভয়াবহ আগ্নেয়গিৰিৰ দৰে সেই দৈত্যকায় সৰ্বনাশী ধ্বংসৰ ভাবনা উদ্গীৰণ হ'ব পাৰে, যাৰ অঙ্কুৰ আজিও দেশে দেশে, মানুহে মানুহে, বিভিন্ন পৰিস্থিতি আৰু বিভিন্ন ধৰণে অঙ্কুৰিত হৈ আছে।

১৯১৪ চন। এইটো বছৰৰ কোনো এটা দিনতে এনে অঙ্কুৰিত ধ্বংসৰ ভয়াবহ ভাবনাৰ উদ্গীৰণ হৈছিল আৰু তাৰ ফল স্বৰূপে প্ৰায় ১০,০০০,০০০ মানুহৰ মৃত্যু হয় ২০,০০০,০০০ ওপৰ মানুহ আহত হয়। সেয়া ১৯১৪ চনৰ কথা। আন কথাত প্ৰথম মহাযুদ্ধৰ বিভীষিকা।



১৯১৪ চনতে যে প্ৰথম বিশ্ব মহাযুদ্ধ লাগে সেয়া সৰ্বজনবিদিত কথা। অথচ ভাবিলে আচৰিত লাগে এই মহাপ্ৰলয়কাৰী ভয়াবহ বিশ্বযুদ্ধ যিটো কাৰণত প্ৰথম আঙ্কুৰিত হয় সেয়া হৈছে—এটি হত্যাকাণ্ড। এই হত্যাকাণ্ডৰ কথা ইতিহাসৰ বুকুত যুগমীয়া হৈ চিহ্নিত হৈ ৰ'ব কাৰণ পৃথিবীৰ বহু ৰাজনৈতিক হত্যাকাণ্ডই হয়তো একোখন দেশৰ, একোটা জাতিৰ অভাৱনীয় ক্ষতি সাধন কৰিছে ; কিন্তু এনে হত্যাকাণ্ডই বিশ্বত অশান্তিৰ সৃষ্টি কৰি এক প্ৰলয়কাৰী মহাযুদ্ধৰ সৃষ্টি কৰা দৃষ্টান্ত এয়ে প্ৰথম। সন্দেহ নাই, এই হত্যাকাণ্ডই প্ৰথম মহাযুদ্ধ একমাত্ৰ কাৰণ নহয়, কিন্তু এই হত্যাকাণ্ডই প্ৰথম মহাযুদ্ধৰ আৰম্ভণীৰ প্ৰধান কাৰণ। কিমান করুণ সেই কাহিনী।

১৯১৪ চনৰ জুন মাহৰ বাৰ তাৰিখে এহাল স্বামী-স্ত্ৰীয়ে যাত্ৰাৰ বাবে সাজু হ'ল। এই যাত্ৰা সাধাৰণ যাত্ৰা নহয়, ৰাজকীয় যাত্ৰা। নাম তেওঁৰ আৰ্কডিউক ফাৰ্ডিনেণ্ড—অষ্ট্ৰীয়াৰ সিংহাসনৰ ভাবী উত্তৰাধিকাৰী। আৰ্কডিউক ফাৰ্ডিনেণ্ডৰ লগত তেওঁৰ ৰূপহী ঘৈণীয়েক চোফি। এজাপ বেচমৰ দৰে চুলিৰে, গাখীৰৰ দৰে গাৰ ৰং চোফিৰ। এবাৰ চালে আকৌ এবাৰ চোৱাৰ ইচ্ছা হয়। ফাৰ্ডিনেণ্ডে যাত্ৰাৰ আগতে চোফিক কলে: 'তুমি এনে এযোৰ সাজ আজি পিন্ধা যাৰ বাবে সমগ্ৰ জনতাই তোমাৰ সৌন্দৰ্যত অভিভূত হৈ ধাৰণা কৰিব পাৰে তেওঁলোকৰ সিংহাসনৰ ভাবী উত্তৰাধিকাৰীৰ স্ত্ৰী কিমান ধুনীয়া।'

চোফি সঁচায়ে ধুনীয়া, কিন্তু কিমান ধুনীয়া সেই কথা কোনোবাই বিচাৰ কৰাৰ আগতে সেই দেহ প্ৰাণহীন হৈ বাগৰি পৰে। বাগৰি পৰে চোফি, বাগৰি পৰে তেওঁৰ স্বামী আৰ্কডিউক ফাৰ্ডিনেণ্ড। সেয়া ১৯১৪ চনৰ বাৰ জুনৰ কথা। যাৰ গুলীৰ আঘাতত এই দুটি প্ৰাণীৰ দেহ একেলগে নিস্তব্ধ হৈ পৰে, যাৰ কুট-কৌশল আৰু চক্ৰান্তই হয়তো তেওঁৰ অজ্ঞাতেই প্ৰথম মহাযুদ্ধৰ বীজ ৰোপন কৰে সেই হত্যাকাৰীৰ নাম হ'ল গেভ্ৰিলো প্ৰিন্সিপ্। অনবৰত কাঁহি থাকে, ডাক্তৰে পিচত

কৈছে মানুহজন টি-বি বেমাৰী। যক্ষ্মাৰ বীজাণুৱে প্ৰিন্সিপ্‌ৰ দেহৰ কোঁহে কোঁহে ঘৰ সাজি ধ্বংস কৰি আনিছিল। ভাগ্যৰ কি চক্ৰান্ত! যক্ষ্মাৰ বীজাণুৰ দৰেই ধ্বংসকাৰী ভয়াবহ যুদ্ধৰ বীজাণু সেইদিনাই প্ৰিন্সিপে সিঁচি দিছিল সমগ্ৰ বিশ্বত! যি কথা হয়তো প্ৰিন্সিপে ভবা নাছিল, ভবা নাছিল কোনোৱে। কিন্তু তাৰ আগতে এই বিৰোধৰ গুৰি কথা চমুকৈ ক'ব লাগিব, ক'ব লাগিব প্ৰথম মহাযুদ্ধৰ আৰম্ভণী কেনেকৈ, কিয়।

চাৰি বছৰৰো অধিক কাল চলা প্ৰথম মহাযুদ্ধ কোনো এটা কাৰণত হৈ উঠা নাছিল, এয়া হৈছিল বিবিধ কাৰণৰ সংমিশ্ৰণত। এই যুদ্ধ ঘাইকৈ ইউৰোপৰ বিভিন্ন ৰাষ্ট্ৰসমূহৰ মাজত অস্ত্ৰৰ ওপৰত অগাধ বিশ্বাস আৰু প্ৰত্যেক ৰাষ্ট্ৰৰে নিজৰ শক্তি বৃদ্ধিৰ বাবে খোৱা-কামোৰাৰ ফল স্বৰূপেই হ'বলৈ পায়। শিল্প বিপ্লৱ আৰু ইউৰোপত গা কৰি উঠা জাতীয়তাবাদে এই বিৰোধ প্ৰবল কৰি তোলে। জাৰ্মনীকে আদি কৰি ইউৰোপৰ সমগ্ৰ দেশসমূহে সামৰিক প্ৰস্তুতিৰে নিজকে প্ৰস্তুত কৰি তোলাত লাগি যায়। জাৰ্মান, ফ্ৰান্স, ৰুচীয়া প্ৰত্যেকৰ ভিতৰত শক্তিৰ পৰীক্ষা চলে। বিপদৰ বাণী শুনা যায় মৰক্কোত-ব'চনিয়া আৰু হেৰচে-গোভিলাত। ৰুচীয়াই বালকান শ্লাৱসমূহক অষ্ট্ৰীয়া-হাঙ্গেৰীৰ বিৰুদ্ধে উঠিবলৈ উচটাই দিয়ে। বালকান যুদ্ধই ইউৰোপৰ অৱস্থা অশান্ত কৰি তোলে। অথচ দেখাত এনে অৱস্থাৰ মাজতো সকলোৱে নিৰপেক্ষ থকাৰ দৰে শান্তিৰে সমাধান বিচাৰিলে। জাৰ্মেনীৰ সমগ্ৰ বিশ্বতে নিজৰ সীমা বৃদ্ধিৰ দুৰন্ত হেপাহ আৰু আনহাতে বিভিন্ন ৰাষ্ট্ৰত শিপাই উঠা জাতীয়তাবাদে যুদ্ধৰ পটভূমি প্ৰস্তুত কৰি তোলে। ইউৰোপৰ বৰ বৰ জাতিসমূহে তেওঁলোকৰ পূৰ্বৰ মহাপুৰুষ, চিন্তানায়ক কবি, সাহিত্যিক শিল্পীসমূহৰ সুন্দৰ কথা, তথ্য, সৃষ্টি পাহৰি হৈ পৰে চিকাৰী কুকুৰৰ দৰে হিংস্ৰ আৰু ভয়াবহ। এনে অৱস্থাৰ মাজতে অষ্ট্ৰীয়ান সিংহাসনৰ উত্তৰাধিকাৰী আৰ্কডিউক ফাৰ্ডিনেণ্ডৰ এক আততায়ীৰ হাতত মৃত্যু হয়।



এই হত্যাকাণ্ডৰ পিচতে অষ্ট্ৰীয়াৰ চাৰ্বিয়াৰ স'তে বিৰোধ প্ৰবল হয় কাৰণ হত্যাকাৰীজন আছিল চাৰ্ব ষড়যন্ত্ৰকাৰী। ফাৰ্ডিনেণ্ডৰ মৃত্যুৰ এসপ্তাহমান পিচতে অষ্ট্ৰীয়াই চাৰ্বিয়াৰ স্বাধীনতা আঠচল্লিশ ঘণ্টাৰ ভিতৰত অষ্ট্ৰীয়াৰ অধীনলৈ দি দিবলৈ দাবী জনায়। চাৰ্বিয়াৰ যোগ্য প্ৰত্যুত্তৰ নেপাই অষ্ট্ৰীয়াই চাৰ্বিয়াৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। (সেয়া ১৯১৪ চনৰ ২৮ জুলাই কথা) ৰুচ বৈদেশিক মন্ত্ৰী চাজোনোভে ৰুচীয়াৰ সমৰ্থন চাৰ্বিয়াৰ প্ৰতি আগবঢ়ায়। জাৰ্মানীৰ পৰা সাৱধান বাণী যায় ৰুচীয়ালৈ —এই সাৱধান বাণীত জাৰ্মানীৰ আশে-পাশে ৰুচীয়াৰ সামৰিক প্ৰস্তুতি বন্ধ কৰিবলৈ কোৱা হয়। এই প্ৰতিবাদৰ কোনো প্ৰত্যুত্তৰ নেপায় জাৰ্মানীয়ে ৰুচীয়াৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। ফ্ৰান্সে ৰুচীয়াক সাহায্য আগবঢ়াব বুলি জাৰ্মানীয়ে ফ্ৰান্সৰ বিৰুদ্ধেও যুদ্ধ ঘোষণা কৰে। বৃটেইন নিৰপেক্ষ হৈ থাকিব বুলি ভাবিছিল যদিও নহ'ল কাৰণ আগষ্টৰ চাৰি তাৰিখে বৃটেইনেও জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। এসপ্তাহমানৰ ভিতৰত জাপান, আমেৰিকাইও জাৰ্মানীৰ বিৰুদ্ধে যোগদান কৰে। আৰু এনেকৈয়ে ইখনৰ পিচত সিখন দেশৰ নিজৰ নিজৰ স্বাৰ্থলৈ চাই কৰা এই যুদ্ধই সময়ত বৃহৎ আকাৰ ধাৰণ কৰি পৰিণত কৰে মহাপ্ৰলয়ঙ্কৰী প্ৰথম বিশ্ব মহাযুদ্ধ, যাৰ পৰিণতি স্বৰূপে ১০,০০০,০০০ মানুহৰ মৃত আত্মাই আজিও শান্তি পোৱা নাই! এই যুদ্ধ বিশেষ কোনো ঠাইত কেন্দ্ৰীভূত কৰিব পৰা গ'লহেঁতেন নে নাই, কোনবোৰ মানুহ অথবা কোনখন ৰাষ্ট্ৰ এই যুদ্ধৰ বাবে প্ৰকৃততে দায়ী সেয়া ইতিহাসৰ আজিও বিতৰ্কৰ বিষয় হৈ আছে। কিন্তু সকলোৱে একেমুখে স্বীকাৰ কৰিছে যে অষ্ট্ৰীয়াৰ সিংহাসনৰ উত্তৰাধিকাৰী আৰ্কডিউক ফাৰ্ডিনেণ্ডৰ হত্যাকাণ্ডই হওঁ হওঁ হৈ থকা যুদ্ধৰ আৰম্ভ কৰি দিয়ে। আমি উভতি যাওঁ সেইটো দিনলৈ, যিটো দিনৰ কথা বুৰঞ্জীয়ে কোৱা নাই, কিন্তু যিটো দিনে বুৰঞ্জী ৰচনা কৰিলে। সেয়া হৈছে ফাৰ্ডিনেণ্ডৰ হত্যাৰ দিন। ১২ জুন ১৯১৪ চন। সেইদিনা ঃ—

সেইদিনা গেভূৰিলে প্ৰিন্সিপ নামৰ মানুহজনে দিনৰ দহোটা মান বজাত খীৰ খোজেৰে সোমাই গ'ল বোচনিয়া-হেৰচেগোভিলাৰ ৰাজধানী শ্বাৰাজেভোৰ এখন কাফেৰ ভিতৰলৈ। প্ৰিন্সিপে দীঘল কোট এটা পিন্ধি আহিছিল, ডিঙিত এখন সেউজীয়া ৰঙৰ মাফলাৰ। কাফেখন লোকে-লোকাৰণ্য হৈ আছিল। তথাপিও প্ৰিন্সিপৰ অসুবিধা নেলাগিল, তেওঁ বিচৰা মানুহ কেইজনৰ সন্ধান পোৱাত। পালে। কাফেৰ এটা কোণত দুজন মানুহে মাৰ্বল পাথৰৰ টেবুল এখনত সমুখসমুখিকৈ বহি আছিল। এই দুজনো প্ৰিন্সিপৰ দলৰ মানুহ।

টি-বি বেমাৰী প্ৰিন্সিপৰ চকুৰ মণি দুটা সেইদিনা ৰৈ ৰৈ জিলিকিছিল। এক অহৈতুকী আনন্দত প্ৰিন্সিপ আৰু তেওঁলোকৰ দলৰ মানুহবোৰ উচ্ছসিত হৈ উঠিছিল। এওঁলোকৰ এই দলেই কিছুদিন আগতে বোচনিয়াৰ গৱৰ্ণৰক হত্যা কৰাৰ চেষ্টা চলাইছিল। কিন্তু চাৰ্বিয়াৰ চিক্ৰেট চাৰ্ভিচৰ পৰা তেওলোকে সংবাদ পালে যে কি ঙৰ্কাৰ চিকা মাৰি হাত গোন্ধোৱাৰ। কাৰণ আৰ্কডিউক ফাৰ্ডিনেণ্ড অলপতে শ্বাৰাজেভোলৈ আহিব। সেয়াহে হ'ব তেওঁলোকৰ বাবে উপযুক্ত চিকাৰ।

কিন্তু! কিন্তু কি বিৰোধ এই মানুহবোৰৰ ফাৰ্ডিনেণ্ডৰ সতে? বিৰোধ আছে। কংগ্ৰেছ অব্ বাৰ্লিনে ছবছৰৰ আগতে বোচনিয়াক অষ্ট্ৰো-হাঙ্গেৰীয়ান শাসনৰ অধীনত দি দিয়ে যদিও স্থানীয় মানুহে অষ্ট্ৰীয়াৰ শাসনৰ অধীনত থকাতকৈ চাৰ্বিয়াৰ অধীনলৈ যোৱাটোহে বেছিকৈ কামনা কৰিছিল। ইয়াৰ ফল স্বৰূপে অষ্ট্ৰীয়া-বিৰোধী চাৰ্বিয়ান জাতীয়তাবাদী দল এটিয়ে গা কৰি উঠে। এই দলৰে মানুহ প্ৰিন্সিপ। এই দলৰে মানুহ সেই কাফেৰ মাৰ্বল টেবুলত বহা মানুহ দুজন।

অষ্ট্ৰো-হাঙ্গেৰীৰ সিংহাসনৰ অধিকাৰী ফাৰ্ডিনেণ্ড। তেওঁক হত্যা কৰাতকৈ এই চাৰ্বিয়ান জাতীয়তাবাদী দলৰ আন আনন্দৰ কথা আৰু কি হ'ব পাৰে? গতিকেই···

সাজু হ'ল প্ৰিন্সিপ! সাজু হ'ল তেওঁৰ দল।





গান্ধীজী : লগত সেয়া সৰোজিনী নাইডু

বাৰ জুনৰ দিনা শ্বাৰাজেভোৰ সেই কাফেত প্ৰিন্সিপে তেওঁৰ লগৰ মানুহ দুজনক লগ পোৱাৰ পিচত টয়লেটলৈ গৈ উক্ত মানুহ দুজনৰ হাতত একোটাকৈ ব্ৰাউনিং ৰিভলভাৰ, কেইবাটিও ঘৰতে সজা বোমা, আৰু পটাচিয়াম চাইনড্‌ৰ কেইটিমান কেপচুল ( যদি ধৰা পৰে তেতিয়া খাই আত্মহত্যা কৰিবলৈ ) দিয়ে। পলকৰ ভিতৰতে মানুহ দুজন নোহোৱা হৈ গ'ল। বাকী আঁচনি তেওঁলোকে জানে।

শ্বাৰাজেভো সেইদিনা উৎসৱমুখৰ হৈ উঠিছিল। ফাৰ্ডিনেণ্ডৰ আগমনেই যে এনে পৰিবেশৰ সৃষ্টি কৰিছিল সেই বিষয়ে সন্দেহ নাই। এনে উৎসৱমুখৰ পৰিবেশৰ বাবে প্ৰিন্সিপ আৰু তেওঁৰ দলৰ মানুহৰ ভালেই হৈছিল।

শ্বাৰাজেভো হৈছে মিলিশ্বাকা নৈৰ পাৰত অৱস্থিত। সৰু ধুনীয়া এই চহৰখনত নৈৰ সংখ্যা বহুত, সেই অনুপাতে দলঙৰো। প্ৰিন্সিপৰ দলে আঁচনি কৰিলে যে আৰ্কডিউক ফাৰ্ডিনেণ্ডক লৈ যেতিয়া শোভাযাত্ৰাটো আহিব তেতিয়া প্ৰতিখন দলঙৰ ওচৰত যেতিয়া গাড়ীৰ গতিবেগ কমাই দিব তেতিয়াই তেওঁলোক হানিব আঘাত।

অৱশ্যে এইবোৰ আয়োজনৰ সামান্যতৰ উমান সকলোৱে পাইছিল। চৰকাৰীভাৱে ঘোষণাও কৰা হৈছিল যে আৰ্কডিউকৰ প্ৰাণ লোৱাৰো হয়তো চেষ্টা চলিব পাৰে।

প্ৰতিখন দলঙতে প্ৰিন্সিপৰ দলৰ একোজন মানুহ ৰ'ল। প্ৰিন্সিপ গ'ল লেটিন দলঙলৈ; সেই দলঙৰ পৰাই প্ৰিন্সিপে তৃতীয় আঘাতটো হানিব।

আনহাতে ট্ৰেইনৰ এটা কোঠালীত ফাৰ্ডিনেণ্ড আৰু তেওঁৰ ৰূপহী পত্নী চোফিয়ে শ্বাৰাজেভোত তেওঁলোকৰ বাবে সাজু হৈ থকা অভ্যৰ্থনাৰ কথা ভাবি হাঁহি-মাতি আহিছিল। সোণালী চুলিৰে আবৰা চোফিয়ে ফাৰ্ডিনেণ্ডৰ মুখলৈ চাই কলে: 'তোমাক বৰ সুন্দৰ লাগিছে।' হাঁহিছিল ফাৰ্ডিনেণ্ডে। হাঁহিছিল চোফিয়ে।

নিৰ্দ্দিষ্ট সময়ত ট্ৰেইন আহি বোচনিয়া ষ্টেচনত ৰ'ল। ৰাজকীয় অভ্যৰ্থনা জনোৱা হয় অষ্ট্ৰীয়াৰ সিংহাসনৰ ভাবী উত্তৰাধিকাৰীক আৰু তেওঁৰ দলৰ আন আনবোৰক।

গাড়ীৰ শোভাযাত্ৰা পাতি ফাৰ্ডিনেণ্ডক আগবঢ়াই নিয়া হ'ল। চাৰিওফালে উৎসৱমুখৰ পৰিবেশ স্বত্বেও ফাৰ্ডিনেণ্ডে উমান পালে যে ক'ৰবাত কিবা এটা এই আয়োজনৰ মাজতো শূন্য স্থান বৈ গৈছে! কিন্তু কি?

.. কুমুৰাজ দলংখন পাৰ হওঁতে এটা বোমা আহে ফাৰ্ডিনেণ্ডৰ গাড়ী লক্ষ্য কৰি। সৌভাগ্যবশতঃ সেইটো বোমা গাড়ীৰ হুড্‌ত লাগি উফৰি যায়। কিন্তু উফৰি যোৱা বোমাটো যেতিয়া বিস্ফোৰণ হয় তাৰ আঘাতে কলোনেল ডন্ মেৰিজীক আহত কৰে। মেৰিজীৰ সৰ্বদেহ তেজেৰে ৰাঙলী হৈ যায়।

উত্তেজনাময় পৰিস্থিতিটো শাম নৌ কাটোতেই ফৰ্ডিনেণ্ডে তেওঁৰ গা-ৰখীয়াসৰৰ বাধাকো উপেক্ষা কৰি নামি গৈ মেৰিজীক চায় আৰু ততাতৈয়াকৈ তেওঁক হস্পিটেললৈ নিবলৈ আদেশ দিয়ে! তাৰ পৰা ফাৰ্ডিনেণ্ড গাড়ীলৈ উভতি আহি চোফিক কয় যে তেওঁ যেন এতিয়াই তাৰ পৰা ট্ৰেইনলৈ উভতি যায়। কাৰণ পৰিবেশটো তেওঁৰ অকণো ভাল লগা নাই। চোফিয়ে গিৰিয়েকক এৰি যাবলৈ অসন্মত হয়।

শ্বাৰাজেভোৰ টাউন হলত ফাৰ্ডিনেণ্ডৰ সন্মানাৰ্থে পতা সভাৰ কাম খৰধৰকৈ তেওঁ শেষ কৰে। বহু কথাৰ মাজত এবাৰ তেওঁ এইবুলিও কয়: "I am here for a visit and greeted with bombs."

টাউন হলৰ পৰা ওলাই ফাৰ্ডিনেণ্ডে গাড়ীত উঠি তেওঁক হস্পিটেললৈ নিবলৈ ক'য়। মেৰিজীক চাবলৈ তেওঁ উদ্বিগ্ন হৈ পৰে। ফাৰ্ডিনেণ্ডৰ অসামৰিক ড্ৰাইভাৰক সলনি কৰি সামৰিক নতুন ড্ৰাইভাৰ দিয়া হয়। সামৰিক নতুন ড্ৰাইভাৰে শ্বাৰাজেভোৰ ঠেক নতুন বাটৰ সতে পৰিচয় নথকাত আগে আগে যোৱা গাড়ী দুখন অনুধাবন কৰাৰ



নিৰ্দেশ দিয়া হ'ল। সমুখত গৈ থকা গাড়ীৰ ড্ৰাইভাৰে যেতিয়া গাড়ীখন এপোল কোৱে নামৰ ঠাই এৰি অন্য এটা বাটেৰে যাব ধৰিলে, তেতিয়া বোচনিয়াৰ গবৰ্ণৰ জেনেৰেৰ পোৰ্টিক্ৰেকে বুজি উঠিল যে এয়াটো হস্পিটেললৈ যোৱা বাট নহয়। গতিকেই গবৰ্ণৰ জেনেৰেল পোৰ্টিক্ৰেকে চিঞৰি উঠিল: 'Wrong, you fool, Back up' 'উভতি আহা', 'উভতি আহা'—চিঞৰিলে গবৰ্ণৰ পোৰ্টিক্ৰেকে।

এপোল কোৱেত ৰৈ আছিল গেভৰিলো প্ৰিন্সিপ। কুমুৰাজা দলঙৰ ওচৰত দলিওৱা বোমাটো লক্ষ্যভ্ৰষ্ট হোৱাত প্ৰিন্সিপ অলপ হতাশ হৈছিল সঁচা; এইবাৰ কিন্তু তেওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল শেষ আঘাত হানিবলৈ।

সৰু বাটটোত গাড়ীবোৰ ৰৈ গ'ল। ফাৰ্ডিনেণ্ড আৰু চোফি উঠা গাড়ীখন ওভটাই লবলৈ, হেৰোৱা বাট বিচাৰি ইফাল-সিফাল চাওঁতেই প্ৰিন্সিপ আৰু তেওঁৰ এজন সহচৰ গাড়ীখনৰ ওচৰ চাপিল। গাড়ীৰ পৰা মাত্ৰ ছফুট আঁতৰত আহি থিয় হ'ল প্ৰিন্সিপ। ব্ৰাউনিং ৰিভলভাৰটো উলিয়াই মুহূৰ্ততে গুলী কৰিলে ফাৰ্ডিনেণ্ড আৰু তেওঁৰ পত্নী চোফিলৈ। দুয়ো বাগৰি পৰিল।

প্ৰিন্সিপৰ প্ৰথম গুলীটোৱে আঘাত কৰে ফাৰ্ডিনেণ্ডৰ ডিঙিত। তেজে তুমৰলি দিয়া নিজৰ দেহটো কোনোমতে পোন কৰি ফাৰ্ডিনেণ্ডে তেওঁৰ পত্নীৰ ফালে চাই চিঞৰি উঠে: 'Do not die. Live for children.' কিন্তু তাৰ আগতে ফাৰ্ডিনেণ্ডে দেখে চোফিৰ প্ৰাণহীন দেহ বাগৰি পৰিছে। পিন্ধি অহা আটাইতকৈ ধুনীয়া চোফিৰ সাজ তেজে ৰঙা হৈ গৈছে। সোণালী ৰেচমৰ দৰে এসাগৰ চুলিয়ে শেষ সময়ত তেওঁৰ প্ৰিয়তমা পত্নীৰ চকুৰ শেষ চাহনিকণ পোৱাৰ পৰাও বঞ্চিত কৰে। কিছু সময় পিচত দুটি প্ৰাণহীন দেহ গাড়ীৰ ভিতৰতে বাগৰি পৰে। আৰু তাৰ পিচৰ কথা আগতেই কৈছোঁ—এই হত্যাকাণ্ডই আৰম্ভ কৰে প্ৰথম মহাযুদ্ধৰ পাতনি।

তিনি বছৰ পিচত গেভ্‌ৰিলো প্ৰিন্সিপৰ যক্ষ্মা হৈয়ে অষ্ট্ৰীয়ান

কাৰাগাৰ এটিত মৃত্যু হয়। কিন্তু তেওঁৰ মৃত্যুৰ বহু আগতে আৰম্ভ হৈ গৈছিল সেই ভয়াবহ মহাৰণ—খাবাজেভোৰ ৰাজপথত এহাল স্বামী-স্ত্রীক হত্যাৰ বাবে এৰা সেই দুটি গুলীৰ পৰিণতি স্বৰূপে।

ইতিহাসত লেখা ৰ'ল সেই যুদ্ধৰ ভয়াবহ বিৱৰণ, ইতিহাস কিন্তু নীৰৱ এই সুন্দৰ ৰাজ-দম্পতীৰ মৃত্যুৰ বাবে দায়ী কোন সেই বিষয়। সেই উত্তৰ কোনে দিব? কোনে?



# আত্মানুসন্ধান

ফুলৰ দেশ জাপান। অঙ্গে অঙ্গে যাৰ ৰমণীয় শোভা সেইখন হৈছে জাপান। এইখন এখন অদ্ভুত দেশ। বুৰঞ্জীয়ে গৰকি যোৱা এই দেশৰ আঁহে আঁহে আছে সৌন্দর্যপ্রৱণ মনৰ চানেকি আৰু ইয়াতে লুকাই আছে নৃশংসতম ঘৃণা আৰু ক্ষোভৰ ভয়াবহ আগেয়গিৰি। সৌন্দর্য আৰু ভয়াবহতা জাপানৰ ক্ষেত্ৰত একেটা ডালতে ফুলা যেন দুটা বহুৰঙী ফুল।

বাহ্যিক চকুৰে চালে কোনোৱে নেজানে যে এইখন দেশ য'ত বেলি বুৰ যোৱা দৃশ্য চাবলৈ স্কুল ছুটী হয়, য'ত সাত আঠবছৰীয়া ল'ৰা-ছোৱালীক স্কুলৰ পৰীক্ষাৰ বহীত প্রশ্ন হিচাপে কোনো বিষয়বস্তুৰ ওপৰত কবিতা লিখিবলৈ দিয়া হয়, য'ত মৃত মানুহক নাম কাঢ়ি নেমাতি কোনো এটা ফুলৰ নামেৰে মতা হয়, আৰু এইখনেই দেশ য'ত হিংসা, প্ৰতিহিংসা, ক্ষমতা, শক্তি আৰু স্বাৰ্থৰ বাবে নির্বিকাৰভাবে কৰা হয় হত্যা, হত্যা আৰু হত্যা। অত্যন্ত সৌন্দর্যসচেতন, সবল, শান্তিপ্রিয় জাপানী মানুহৰ মাজত যে অভাৱনীয় ৰূপে হিংসা আৰু ক্ষোভৰ জুই লুকাই থাকে সেইকথা ধাৰণাই কৰিব নোৱাৰি। অথচ ইতিহাসে তাৰেই প্ৰমাণ দিয়ে। শেৱালি-শুভ্ৰ ফুজিয়ামাৰ বৰফে ঢকা গিৰিশৃঙ্গত কেতিয়াবা প্ৰতিবিম্ব উঠে তেজৰ, সেই তেজ মানুহৰ, মানুহৰ দ্বাৰা নিহত মানুহৰ ৰঙা তেজৰ চেঁকা।

জাপানৰ ইতিহাসে কয় এই এই তেজৰ কথা। চামুৰাইৰ কথা, ৰণীনৰ কথা। জমিদাৰী প্রথা প্রচলিত জাপানত চামুৰাই বোৰ আছিল অত্যন্ত ক্ষমতাশালী মানুহ। উচ্চপদপীধাৰী এই যুঁজাৰু চামুৰাই সকলে সকলো সময়তে দুখন তৰোৱাল লগত লৈ ফুৰিব

পাৰিছিল। অকল লোৱাই নহয়, তেওঁলোকে ইচ্ছানুসৰি সাধাৰণ প্ৰজাক যি কোনো মুহূৰ্তত হত্যাও কৰিব পাৰিছিল। এই হত্যাৰ কোনো কাৰণ নেথাকক আপত্তি নাই, কাৰণ বিশ্বাস আছিল যে চামুৰাইৰ হাতত মৃত্যু ঘটিছে যেতিয়া সেই মৃত্যুৰো নিশ্চয় কাৰণ আছে। দ্বাদশ শতিকাত মূৰ দাঙি উঠা এই চামুৰাইসকলৰ বহু কীৰ্ত্তি-কাহিনী জাপানী ইতিহাসে কয়। কিন্তু ইয়াঁতকৈও সাংঘাতিক আছিল ৰণীন সকল। প্ৰভুহীন এই ৰণীনবোৰ এসময়ত জাপানৰ সামাজিক জীৱনৰ আশঙ্কা হৈ পৰিছিল! যুদ্ধৰ সময়ত এই ৰণীনবোৰৰ হয়তো প্ৰয়োজন আছিল, কিন্তু বাকী সময়ত তেওঁলোক আছিল বান্ধ নমনা চিকাৰী কুকুৰৰ দৰে উগ্ৰ, দয়া-মমতাহীন এক অসামাজিক জীৱ। ইতিহাসে কয় এবাৰ ৪৭ জন ৰণীনে তেওঁলোকৰ প্ৰভুৰ অমৰ্যদা সহ্য কৰিব নোৱাৰি, জগৰীয়া মানুহজনক নিষ্ঠুৰভাবে ছুকুৰি সাতজনে লগ লাগি পাশবিক অত্যাচাৰেৰে হত্যা কৰে।

জাপানৰ এই হত্যা আৰু তেজৰ কাহিনীৰ শেষ এতিয়াও হোৱা নাই।

১৯২০,৩০ চনৰ জাপানক সহজ ভাষাত হত্যাৰ ভিত্তিত গঠিত চৰকাৰ বুলিয়ে আখ্যা দিব পাৰি। সৰ্বপ্ৰথম 'ব্লাড ব্ৰাডাৰহুড্ লীগে' হত্যা কৰে তেতিয়াৰ জাপানৰ প্ৰধান মন্ত্ৰী টাকাশ্বি হাৰা আৰু য়কো হামগুছিক। এই হত্যাকাণ্ড ঘটে মাত্ৰ ছবছৰৰ ব্যৱধানত। ১৯২১ চনত প্ৰধানমন্ত্ৰী টাকাশ্বি হাৰাক হত্যা কৰে এজন ব্যৱসায়ী লোকে তাৰ পিচত ১৯২৭ চনত বিত্ত আৰু গৃহমন্ত্ৰী য়কো হামগুছিক হত্যা কৰে এজন ৩ঠৰ বছৰীয়া ছাত্ৰই। ১৯৩২ চনত প্ৰধানমন্ত্ৰী কী ইনকাইক নিৰ্মমভাবে হত্যা কৰে এজন সৈন্য বাহিনীৰ লোকে যিজনে তাৰদ্বাৰা সৈন্যবাহিনীৰ হৈ চৰকাৰৰ কৃপাদৃষ্টি লাভ কৰাত সক্ষম হয়। ১৯৩৫ চনত সেই একেটা দলেই মেজৰ জেনেৰেল নাগাতাক চামুৰাইৰ তৰোৱালেৰে শেষ কৰে। তেওঁৰ দোষ? তেওঁলোকৰ বিশ্বাস যে উক্ত অফিচাৰজনে অনাহক সুবিধা কিছু ভোগ কৰিছে। গতিকে মৃত্যু।



১৯৩৬ চনত প্ৰধানমন্ত্ৰী ওকাডা সৌভাগ্যক্ৰমে মৃত্যুৰ মুখৰ পৰা বাচি যায়। কেনেকৈ বাৰু? ওকাডাৰ খুলশালিয়েকৰ ওকাডাৰ স'তে ভালেখিনি মিল আছিল। গণনাত ভুল কৰি হত্যাকাৰীসকলে ওকাডাৰ সলনি তেওঁৰ খুলশালিয়েকক হত্যা কৰে। এই একোটা ষড়যন্ত্ৰত আৰু তিনিজন মন্ত্ৰীও মৃত্যুৰ মুখত পৰে।

দ্বিতীয় মহাসমৰৰ পিচত জাপানৰ ৰাজনৈতিক আৰু সামাজিক দুয়ো দিশতে ভালেখিনি পৰিবৰ্তন সাধিত হয়। ইতিমধ্যে জামিদাৰী প্ৰথা ৰহিত হোৱা জাপানৰ শাসনতন্ত্ৰৰ বিভিন্ন জাতীয়তাৱাদী দলে মূৰ দাঙি উঠে। ৰাজনৈতিক হত্যাৰে দেশৰ শাসনতন্ত্ৰৰ পৰিবৰ্তন বিচৰা হুজুগৰ শাম কাটে। আৰু এই শান্ত অৱস্থাই কিছুদিনৰ বাবে অশান্ত জাপানৰ অৱস্থা ভালেখিনি স্বাভাৱিক আৰু উন্নত কৰি তোলে।

কিন্তু সেয়া মাত্ৰ কেইবছৰমানৰ বাবেহে।

১৯৬০ চনৰ আৰম্ভণিৰে পৰা জাপানৰ ৰাজনৈতিক জগতত এনে কিছুমান ঘটনা আকৌ ঘটিবলৈ আৰম্ভ কৰে, যিবোৰে আকৌ পুৰণি দিনৰ পুনৰাবৃত্তিৰ কথাকে সূচালে। এখন সভাত বক্তৃতা দি থাকোঁতে টাটাৰো কোৱাকামী নামৰ সাম্যবাদী নেতাজন আহত হয় কোনো এক আততায়ীৰ হাতত। সেই সময়তে আমেৰিকাৰ প্ৰেছিডেণ্ট আইচেনহাৱাৰৰ জাপান ভ্ৰমণৰ কথা। এই ভ্ৰমণৰ বাবে সকলো আয়োজন হৈ গৈছিল। এনেতে কিছু বিদ্ৰোহী ছাত্ৰই (যিবোৰক জাপানী ভাষাত 'জেঙ্গা-কুৰেণ' বুলি কোৱা হয়) শোভাযাত্ৰা আদি উলিয়াই, প্ৰচাৰ-পত্ৰ, আবেদন আদিৰ যোগেদি উলিয়াই দিলে যে মাৰ্কিন প্ৰেছিডেণ্ট আইচেনহাৱাৰ আহিব নোৱাৰে, কাৰণ তেওঁলোকৰ মতে আমেৰিকা আৰু জাপানৰ মাজত হোৱা পাৰস্পৰিক নিৰাপত্তা চুক্তিখন ভিত্তিহীন। অকল এয়ে নহয়, এই প্ৰতিবাদকাৰী ছাত্ৰদলে প্ৰচাৰ কৰিলে যে যদি প্ৰেছিডেণ্ট আইচেনহাৱাৰ আহেও তেওঁৰ প্ৰাণৰ আশঙ্কা এশ অনাই আছে। ইয়াৰ পিচত আৰু অহাৰ প্ৰশ্নই নুঠে। গতিকেই প্ৰেছিডেণ্ট আইচেনহাৱাৰৰ জাপান ভ্ৰমণৰ সূচী পৰিত্যাগ কৰিবলগীয়া হয়।

এই সংঘৰ্ষৰ পিচত সোঁপন্থী দলে প্ৰধানমন্ত্ৰী কিশ্বিৰ বাওঁপন্থী দলৰ সতে দৃঢ়তাৰে ব্যৱহাৰ কৰা হেতুকে এখন বাগিচাৰ ভোজমেলত তেওঁৰ ভৰিত আঘাত কৰে। অৱশ্যে এইখিনিলৈকে একো গুৰুতৰ ঘটনা ঘটা নাছিল। কিন্তু জাপানৰ ৰাজনৈতিক দুই দলৰ মাজত বিৰোধ ক্ৰমাগত বৃদ্ধি হোৱাত দুয়ো দলে নিজৰ নিজৰ শক্তি বৃদ্ধিৰ হেতুকে কোনো যুক্তি-তৰ্কৰ ওপৰত আস্থা নেৰাখি মাথোন তৰোৱাল আৰু বন্দুকৰ ওপৰত নিৰ্ভৰশীল হৈ পৰে। আৰু এই হিংস্ৰতা আৰু নিষ্ঠুৰতাৰ শেষ এতিয়াও হোৱা নাই। জাপানৰ গণতন্ত্ৰ সদায় শক্তিৰ ভাৰসাম্যৰ ওপৰত প্ৰতিষ্ঠিত। আৰু এই শক্তিৰ ভাৰসাম্য নিৰ্ভৰ কৰিছে বিভিন্ন ৰাজনৈতিক হত্যাৰ ভিত্তিত। ফুজিয়ামা গিৰিশৃঙ্গ দূৰৰ পৰা শুকুলা, সীমাহীন নীৰৱতাৰে শুভ্ৰ বৰফৰ স্তুপৰ মাজত সততে একেবাৰে চকুত নপৰে। অথচ তাতো মাজে মাজে জিলিকি উঠে তেজৰ প্ৰতিবিম্ব। সেই তেজ মানুহৰ, মানুহৰ দ্বাৰা নিহত মানুহৰ বঙা তেজৰ চেঁকা। চামুৰাইৰ তৰোৱালে সৌ সিদিনা তেনে তেজৰ চেঁকা পেলাইছে ফুজিয়ামাৰ ওপৰত। চামুৰাইৰ তৰোৱালে শেষ কৰি দিছে জাপানৰ সাম্যবাদী দলৰ বিৰাট সম্ভাৱনাপুৰ্ণ নেতা আশ্বানুমাক। কেনেকৈ? সেই কথাই কব খুজিছোঁ।

ইনোজিৰো আশ্বানুমা।

জাপানৰ বিৰোধী সাম্যবাদী দলৰ প্ৰধান নেতা।

আশ্বানুমাই প্ৰগতিৰ পথত জাপানক লৈ যাবলৈ বিচাৰে। তেওঁ বিচাৰে সমান অধিকাৰেৰে সকলোৱে দেশৰ উন্নতিৰ হকে কাম কৰক।

বিভিন্ন ৰাজনৈতিক দল-উপদলৰ মাজত থকা দলীয় স্বাৰ্থ সকলোৱে পৰিহাৰ কৰি এক নব্য ভাৱধাৰাৰে আপ্লুত হৈ জাপানক শনৈঃ শনৈঃ উন্নতিৰ পথত নিবলৈ সচেষ্ট হওক। কিছুমানৰ বাবে আশ্বানুমাৰ এই কথা ভাল লাগিল। কিছুমানৰ নেলাগিল।



ভাল নেলাগিল বহুতৰে। ভাল নেলাগিল সোতৰ বছৰীয়া গ্ৰেট জাপান পেট্ৰিয়টিক ছ'চাইটীৰ সভ্য ওটোৱা য়ামাগুচিৰ। য়ামাগুচিৰ বাবে আশ্বানুমাৰ আদৰ্শ ভিত্তিহীন। য়ামাগুচিয়ে মনত পেলালে তেওঁলোকৰ ছ'চাইটীৰ কৰ্ণধাৰ বিন আকোৱাৰ এষাৰ কথা "There are many people in Japan who deserve to be killed."

সঁচা কথা, য়ামাগুচিয়ে ভাবিলে, বহু মানুহ আছে জাপানত যাৰ মৃত্যু মানেই জাপানৰ মঙ্গল। বহুত আছে, বহুতো।

আছে কমিউনিষ্ট সাঞ্জো নোচাকা, জাপানৰ শিক্ষক সম্মিলনৰ কৰ্ণধাৰ টাকেশ্বি কোবায়াশ্বি। আৰু বহুতো। তেওঁলোক মৰা উচিত কাৰণ এওঁলোকে জাপানৰ চিৰন্তন প্ৰাচীন আদৰ্শৰ বিৰোধীতা কৰিছে। প্ৰগতিৰ নাম কৈ প্ৰাচীন ঐতিহ্যক জলাঞ্জলি দিব বিচাৰিছে। কিন্তু য়ামাগুচিৰ বাবে উল্লেখিত মানুহবোৰ তেওঁৰ বাবে জাপানৰ ভয়াবহ শত্ৰু নহয়। য়ামাগুচিৰ বাবে প্ৰধান শত্ৰু হ'ল ইনেজিৰো আশ্বানুমা। জাপানৰ বিৰোধী সাম্যবাদী দলৰ প্ৰধান নেতা। য়ামাগুচিৰ বিশ্বাস যে আশ্বানুমাৰ কাৰ্যই জাপানৰ ভবিষ্যত যুৱশক্তিক নষ্ট কৰিব। গতিকে আশ্বানুমাক আঁতৰাব লাগিব।

সোতৰ বছৰীয়া য়ামাগুচিয়ে এদিন বাপেকৰ পুৰণি বয়-বস্তুবোৰ চাওঁতে এটা বস্তু দেখি থমকি ৰল। এখন তৰোৱাল। চামুৰাই বোৰে লোৱা তৰোৱালৰ দৰেই, নাম ৱাকাজাশ্বি! ৱাকাজাশ্বিৰ ব্যৱহাৰ জাপানত ১৮৭৬ চনৰ পৰা নিষিদ্ধ। ইমানদিন পিচত বাপেকৰ পুৰণিকলীয়া এই তৰোৱালখনৰ ওপৰত ধীৰে ধীৰে হাত ফুৰাই চাওঁতে য়ামাগুচিৰ দুই ওঁঠৰ কোণত চুলিৰ দৰে ক্ষীণ হাঁহি এটি বিৰিঙি গ'ল। চিকমিকাই থকা তৰোৱালখনৰ পোহৰে য়ামাগুচিৰ চকু ছাট মাৰি ধৰিলে। তৰোৱালখন উলিয়াই ললে। মনত পৰিল তেওঁৰ নেতা বিন আকোৱাৰ কথাঃ দেয়াৰ আৰ মেনী পিপোল ইন জাপান···বহু মানুহ আছে জাপানত, যাৰ মৃত্যু মানেই জাপানৰ মঙ্গল।

এসপ্তাহৰ পিচৰ কথা।

টোকিঅ'ৰ হিৰিয়া হল। জাপানৰ ৰাজনৈতিক দলৰ প্ৰধান প্ৰধান নেতাসমূহ গোট খাইছে এক বিৰাট আলোচনাৰ বাবে। তাত আছে প্ৰধানমন্ত্ৰী হায়াটা ইকেডো, ছ'চিয়েলিষ্ট দলৰ হৈ আশ্বানুমা আদি। সভাঘৰ মানুহবে ঠাহ খাই পৰিছে। সভাঘৰৰ একেবাৰে সমুখশাৰীত বহিছে ক্ৰেট জাপান পেট্ৰিয়টিক ছচাইটীৰ সভ্যবৃন্দ।

দেৱাল ঘড়িত তিনি বাজিল। প্ৰথমেই কবলৈ উঠিল আশ্বানুমা। তেজস্বী কণ্ঠস্বৰেৰে আশ্বানুমাই কৈ গ'ল বহু কথা, জনতাই নিমাত নিস্তব্ধ হৈ শুনি গ'ল আশ্বানুমাৰ কণ্ঠনিসৃত বিভিন্ন কথা। হঠাৎ সমুখশাৰীত বহা মানুহজাকে চিঞৰি উঠিল: "ছাট আপ কমিউনিষ্ট।" "ডাউন উইথ পিকিং।"

আশ্বানুমাই হাত জোকাৰি চিঞৰি উঠা জনতাক শান্ত হবলৈ অনুৰোধ জনালে। সভাঘৰত উত্তেজনাৰ সৃষ্টি হ'ল। মানুহৰ মুখৰ মৃদু গুঞ্জন ক্ৰমাৎ হুলস্থুলত পৰিণত হ'ল। এনেতে আশ্বানুমাই দেখিলে তেওঁৰ বাওঁহাতলৈ দৰ্শকৰ মাজৰ পৰা এজন মানুহ সবেগে লৰি আহিছে আশ্বানুমাই প্ৰথমতে পলকতে সেইফালে চাইছিল, কিন্তু পিচমুহূৰ্তত সেইফালে মনোযোগেৰে চাই তেওঁ ভয়ত শিল হৈ গল তেওঁৰ সমুখত য়ামাগুচি—হাতত জিলিকি আছে তেওঁৰ বাপেকৰ ৰাকাজাশ্বি তৰোৱাল।

আশ্বানুমাই মুহূৰ্ততে মনস্থিৰ কৰি সজোৰে য়ামাগুচিৰ তৰোৱাল লৈ থকা হাতখন মাৰি পঠিয়ালে। একো নহল? তৰোৱাল উফৰি নগ'ল তাৰ সলনি সেই চোকা ৰাকাজাশ্বি তৰোৱাল য়ামাগুচিৰ নিষ্ঠুৰ হাতেৰে সোমাই পৰিল আশ্বানুমাৰ পেটত। বাগৰি পৰিল আশ্বানুমা। কি হৈছে, কি হ'ল বুজাৰ আগতে য়ামাগুচিৰ তৰোৱাল দ্বিতীয়বাৰৰ বাবে আশ্বানুনাৰ বুকু ভেদ কৰি সোমাই পৰিল—তৰোৱালৰ সমুখভাগ আশ্বানুমাৰ পিঠিয়েদি ওলাই গ'ল। এই দ্বিতীয় আঘাতৰ কোনো প্ৰয়োজন নাছিল, কাৰণ প্ৰথম আঘাততে আশ্বানুমা নীৰব হৈ গৈছিল।

জেঙ্গাকুৰেণ দল আকৌ ৰাজপথত ওলাই চিঞৰিলে: "ডাউন উইথ ইকেডো।" বিখ্যাত বাতৰি কাকত এখনে সাৰধানবাণী শুনালে:



If the assassination brings a head on clash between the right and the left it will be the end of democracy.

গণতন্ত্ৰ ধ্বংস হোৱাৰ কথা এতিয়াই ক'ব নোৱাৰি। অৱশ্যে এটা কথা ঠিক যে নৃশংসতা এতিয়াও জাপানৰ ৰাজনৈতিক জগতত বিদ্যমান। আজি কিছুদিন আগতেটো আকৌ এবাৰ ব্যৰ্থ চেষ্টা চলাইছিল ইকেডোৰ প্ৰাণনাশ কৰাৰ। গতিকেই কোনো ক'ব পাৰে যে আকৌ এটি ৰাজনৈতিক হত্যাকাণ্ডৰে জাপানৰ ৰাজনৈতিক জগতৰ আমূল পৰিবৰ্তন নঘটিব? কোনে ক'ব পাৰে যে গোৰালি-শুভ্ৰ ফুজিয়ামা গিৰিশৃঙ্গত আকৌ মানুহৰ তেজৰ প্ৰতিবিম্ব জিলিকি নুঠিব?

# হুৱে লঙ

ঠাইখনৰ নাম লৌচিয়ানা। আমেৰিকাত।

সুন্দৰ ৰাতিপুৱা এটা এই লৌচিয়ানাৰ ৰাজধানী বেটন ৰো'ৰ ষ্টেট কেপিটলৰ চৌবিশ মহলীয়া কোঠালী এটাত সাৰ পাই উঠি মানুহ এজনে খিৰিকীৰে বাহিৰলৈ চালে। কাগজৰ দৰে মিহি এজাক বতাহে গা চুই গ'ল। বেলিটোৰ উজ্জ্বল পোহৰে চৌদিশে পোহৰৰ মেলা পাতিছে। মানুহজনে চুচকু মুদি অলপ সময় কিবা ভাবিলে, তাৰ পিছত কোঠালীটোৰ একোণত থকা টেবুল কেলেণ্ডাৰখনলৈ চালে। আঠ চেপ্তেম্বৰ, ১৯৩৫ চন।

এইবাৰ মানুহজন সামান্য চঞ্চল হৈ উঠিল। মনতে ভাবিলে বহু কাম এতিয়াও বাকী আছে। ব্যক্তিগত ইনকাম টেক্স ৰিটাৰ্ণৰ কাম, দেখা কৰিবলৈ অহা বহু মানুহৰ সতে সাক্ষাৎ, নতুন কিছু আইন প্ৰণয়ন, ষ্টেট চিনেটৰ বহিবলগীয়া সভাত উঠাবলগীয়া নতুন প্ৰস্তাৱৰ আখৰা ইত্যাদি। নিউ আৰ্লেন্সৰ বিচাৰক লেছেক দেখা কৰি তেওঁক পৰৱৰ্তী নিৰ্বাচনত গৱৰ্ণৰ কৰাৰ আশা দেখুৱাই তেওঁকো হাতত ৰাখিব লাগিব।

হাতত ৰাখিব লাগিব। হাতত ৰাখিব লাগিব সকলোকে। মানুহজনে ভাবিলে। লৌচিয়ানাৰ পৰা নিৰ্বাচিত আমেৰিকাৰ এই চিনেটৰজনে এনেদৰেই সদায় ভাবি আহিছিল, ভাবি আহিছিল যে সকলোকে হাতত ৰাখি তেওঁৰ ব্যক্তিগত ক্ষমতাৰ জোলোঙাটো ক্ৰমাৎ পূৰ্ণ কৰি তুলিব। অত্যন্ত ক্ষমতালিপ্সু অভাৱনীয়ৰূপে উচ্চাকাঙ্খী আমেৰিকাৰ এই ৰাজনৈতিক নেতাজনৰ নাম হুৱে পীয়েৰচ্ লঙ্।



কথিত আছে যে এসময়ত আমেৰিকাত আটাইতকৈ ভালপোৱা মানুহজন কোন বুলি প্ৰশ্ন উঠালে সকলোৱে কৈছিল ঃ হুৱে লঙ। আকৌ আমেৰিকাৰ সবাতোকৈ ঘৃণনীয় ব্যক্তিজনে কোন বুলি সুধিলেও কৈছিল ঃ হুৱে লঙ্। ভালো পাইছিল আৰু ঘিণো কৰিছিল হুৱে লঙক। ভাল পাইছিল হুৱে লঙে ভালেখিনি জনহিতকৰ কাম কৰা বাবে আকৌ বেয়া পাইছিল নিজৰ ব্যক্তিগত স্বাৰ্থৰ বাবে তেওঁ কৰা বহু কুকৰ্মৰ বাবে।

অথচ ভাবিলে আচৰিত লাগে সাধাৰণ মধ্যবিত্ত ঘৰৰ ল'ৰা হৈও হুৱে লঙে নিজৰ বুদ্ধি মেধা আৰু পৰিশ্ৰমৰ যোগেদি দোপতদোপে উন্নতি কৰি গৈছিল আৰু চিনেটৰৰ দৰে দায়িত্বপূৰ্ণ আৰু সন্মানজনক পদ লাভ কৰিছিল। পোন প্ৰথমতে ট্ৰেভলিং চেলছমেনৰ চাকৰি কৰে হুৱে লঙে, টুলেন বিশ্ববিদ্যালয়ৰ পৰা আইন পঢ়া শেষ কৰি হুৱে লঙ ১৯১৫ চনত বাৰত যোগ দিয়ে। ইয়াৰ পিচত পাবলিক চাৰ্ভিছ কমিছনৰ সদস্য হিচাপে হুৱে লঙে ভালেখিনি কাম কৰি সমাজত বেছ প্ৰতিষ্ঠা অৰ্জন কৰে। ১৯২৪ চনত গৱৰ্ণৰ হোৱাৰ পৰা অলপৰ বাবে বঞ্চিত হুৱে লঙ। কিন্তু তাৰ চাৰি বছৰ পিচতে তেওঁ সেই পদ অনায়াসে লাভ কৰে। ১৯৩১ চনত হুৱে লঙে গৱৰ্ণৰৰ পদৰ পৰা ইস্তফা দি আমেৰিকাৰ চিনেটলৈ যায় আৰু তাৰ পৰাই তেওঁ ক্ষমতাৰ পূৰ্ণ প্ৰয়োগ কৰিবলৈ সকলো ৰকমৰ সাম্ভাব্য প্ৰক্ৰিয়া প্ৰয়োগৰে জাল পেলায়। অলপ ক্ষমতা লাভৰ পিচত আৰু অলপ, আৰু অলপ এনেকৈ ক্ৰমাৎ ক্ষমতা আয়ত্বৰ আগ্ৰহে হুৱে লঙক বলিয়া কৰি তোলে।

হুৱে লঙৰ এই ক্ষমতা লাভৰ আগ্ৰহ আৰু আকাংখ্যাৰ কথা তেওঁৰ লগৰ আন ৰাজনৈতিক নেতাসৱে নজনা নহয়, জানিছিল। জানিলেও কিন্তু তেওঁলোক আছিল হুৱে লঙৰ হাতৰ পুতলা। আনকি ৰাজ্যৰ গৱৰ্ণৰো আছিল হুৱে লঙৰ আজ্ঞাবহ। সকলোৱে জানিছিল যে হুৱে লঙৰ প্ৰতিষ্ঠা আৰু ক্ষমতা লাভৰ আগ্ৰহ এতিয়া

আৰু চিনেটৰ মাজতে আবদ্ধ হৈ থকা নাই, সকলোৱে জানিছিল যে হুৱে লঙে পাৰিলে আমেৰিকাৰ প্ৰেছিডেণ্ট হোৱাৰো এক দুৰ্বাৰ হেপাহ ৰাখিছে।

আমেৰিকাৰ প্ৰেছিডেণ্ট। সঁচাকৈয়ে এই সুখ-স্বপ্নত দিন নিয়াইছিল হুৱে লঙে। লৌচিয়ানা বৰ সৰু, চিনেটৰ এজন সভ্য হিচাপে জীৱন কটোৱাটো অত্যন্ত বাতুলতা, হ'ব লাগিব ডাঙৰ, আৰু ডাঙৰ— ভাবিছিল হুৱে লঙে; কিন্তু সেই ডাঙৰ হোৱাৰ স্বপ্নই এদিন চুৰমাৰ হৈ গ'ল। অকস্মাৎ নহয়, সুনিৰ্দিষ্ট আঁচনিৰে। নিয়াৰিভাৱে।

যিজনৰ আঘাতত এই ক্ষমতালিপ্সু আমেৰিকাৰ ৰাজনৈতিক নেতাজনৰ জীৱন বন্তি নুমাই যায় তেওঁৰ নাম ডাঃ কাৰ্ল ৱেছ। ডাঃ কাৰ্ল ৱেছ প্ৰকৃত অৰ্থত কোনো ৰাজনৈতিক দলৰ অন্তৰ্ভুক্ত নহয় যদিও লৌচিয়ানাৰ ৰাজনীতিত কি হৈছে তাৰ খবৰ ডাঃ ৱেছে ৰাখে। ৰখাৰ অৰণ্যে আন এক কাৰণো আছে। সেয়া কাৰো বাবে হয়তো একান্ত ব্যক্তিগত যেন লাগিবও পাৰে, তথাপি ডাঃ কাৰ্ল ৱেছ আছিল নিৰুপায়। সেই কাৰণটো এনেকুৱা ঃ

ডাঃ কাৰ্ল ৱেছে বিয়া কৰাইছিল লৌচিয়ানাৰ বিচাৰক পেভীৰ জীয়েকক। নাম তেওঁৰ ইভন। ইভনৰ দেউতাক বিচাৰক পেভী আছিল লৌচিয়ানাৰ ৰাজনীতি জগতৰ এজনা সজ, স্বাধীন মনোভাৱ-সম্পন্ন ৰাজনৈতিক নেতা। বিচাৰক পেভীয়ে হুৱে লঙৰ ক্ষমতাৰ অপব্যৱহাৰ তথা দিনে দিনে বৃদ্ধি পোৱা হুৱে লঙৰ সেই মইমতালিৰ প্ৰতি সম্পূৰ্ণ সজাগ আছিল। আৰু তাৰ বাবে তেওঁ ব্যৱস্থাও লৈছিল। পেভীয়ে ভাবিছিল যেনেকৈ নহওক হুৱে লঙৰ বিৰুদ্ধে এটি শক্তিশালী বিৰোধী দল গঢ়ি তুলিব লাগিব। যিটো দলে হুৱে লঙৰ ক্ষমতাৰ অপব্যৱহাৰক প্ৰতিৰোধ কৰিব পাৰে। তেনে বহু মানুহৰ সঁহাৰিও পাইছিল পেভীয়ে যিসকলে হুৱে লঙৰ বিৰুদ্ধে মূৰ তুলি উঠিবলৈ প্ৰস্তুত হ'ল।

প্ৰস্তুত হ'ল পেভী। আৰু প্ৰস্তুত হ'ল হুৱে লঙ্। অত্যন্ত চতুৰ



হুৱে লঙে জানিলে যে লৌচিয়ানাৰ ৰাজনৈতিক জগতত তেওঁৰ বিৰুদ্ধাচৰণ কৰিবলৈ যদি কোনোবাই সাহস গোটায় সেইজন হ'ল বিচাৰক পেভী। গতিকে দিনে দিনে হুৱে লঙ্ আৰু পেভীৰ মাজত বিৰোধৰ মাত্ৰা অত্যন্ত বৃদ্ধি পালে। আৰু এই বিৰোধৰ সুযোগ লৈয়ে জ্বলি উঠিল ডাঃ কাৰ্ল ৱেছ। শহুৰেকৰ এই ভয়ানক শত্ৰুক তেওঁ একেবাৰে আঁতৰাই পঠিয়াবলৈ দৃঢ়সংকল্প হ'ল। ডাঃ ৱেছে বুজিছিল সাধাৰণ বুজনি অথবা কৌশলেৰে হুৱে লঙক সৈমান কৰা সহজ নহ'ব। গতিকেই—

আমি উভতি যাওঁ সেই ভয়াবহ দিনটোলৈ। লৌচিয়ানাৰ ৰাজনৈতিক জগতৰ সবাতোকৈ শক্তিশালী ব্যক্তিজনে যিদিনা 'মই মৰিলোঁ, মই মই মৰিলোঁ' বুলি করুণ চিঞৰেৰে মৃত্যু যন্ত্ৰণা সৰ্বমুখমণ্ডলত আঁকি লৈ প্ৰাণৰ মায়াত লৰবি ফুলিছিল—সেই দিনটো।

আঠ চেপ্তেম্বৰ, ১৯৩৫ চন।

লৌচিয়ানাৰ ৰাজধানী বেটন ৰো'ৰ ষ্টেট কেপিটলৰ চৌবিশ মহলীয়া কোঠালী এটাত সাৰ পাই উঠি বহুত কাম বাকী আছে বুলি চঞ্চল হৈ উঠা হুৱে লঙৰ দৰেই, সেইদিনা ডাঃ কাৰ্ল ৱেছেও ভাবিছিল 'আজিয়ে মই কিবা এটা কৰিব লাগিব।'

হুৱে লঙে ভাবিছিল তেওঁৰ ব্যক্তিগত ক্ষমতাৰ জালখন আৰু কিমান বহলকৈ মেলিব পাৰে।

ডাঃ কাৰ্ল ৱেছে ভাবিছিল কেনেকৈ কোন মুহূৰ্তত হুৱে লঙক তেওঁ পৃথিৱীৰ পৰা চিৰ বিদায় দিব পাৰে?

আঠ চেপ্তেম্বৰ, ১৯৩৫ চন।

সেইদিনা আছিল দেওবাৰ। আগতেই কৈছোঁ, হুৱে লঙে সেইদিনা নিজকে অত্যন্ত ব্যস্ত ৰাখিলে। ব্যক্তিগত ইনকাম টেক্স ৰিটাৰ্ণৰ কাম, নতুন কিছু আইন প্ৰণয়ন, চিনেটৰ আগন্তুক সভাত উত্থাপন কৰিবলগীয়া প্ৰস্তাৱ কিছুমানৰ আখৰা প্ৰস্তুতি ইত্যাদি কিছু কাম কাম কৰাৰ পিচত

আবেলি সময়ত তেওঁ চিনেট সভাৰ সভাঘৰলৈ গ'ল। কাৰণ পিচদিনা তাত হুৱে লঙে বিভিন্ন বিষয়ে উঠোৱা প্ৰস্তাৱসমূহত বৰ্দ্ধিত সংখ্যাৰ সমৰ্থনকাৰী পাব লাগিব। গতিকে সমৰ্থনকাৰী বিচাৰিব লাগিব, তেওঁ লোকক কথাবোৰ বুজাই মেলি দিয়াব লাগিব। এইবোৰ কামত নিজকে ব্যস্ত ৰাখিলে হুৱে লঙে। অথচ ঘূণাক্ষৰেও হুৱে লঙে নেজানিলে; গুপুততে, তেওঁৰ অজ্ঞাতেই তেওঁৰ মৃত্যুদূতো সেইদিনা ধীৰে ধীৰে প্ৰস্তুত হৈছিল।

প্ৰস্তুত হৈছিল ডাঃ কাৰ্ল ৱেছ।

প্ৰকৃততে ডাঃ কাৰ্ল ৱেছৰ বাবে আঠ চেপ্তেম্বৰৰ এই সুন্দৰ দেওবাৰটো বৰ শান্তিৰ দিন আছিল। ডাঃ ৱেছ আৰু তেওঁৰ পত্নী উভয়ে তেওঁলোকৰ একমাত্ৰ সন্তানটোক মাক-দেউতাকৰ হাতত গটাই দি চেণ্ট জোচেফ গীৰ্জালৈ গ'ল। ডাঃ ৱেছৰ সুন্দৰ হাঁহি মুখ আৰু ৰাতিপুৱাৰে পৰা অত্যন্ত আনন্দমুখৰ অৱস্থা দেখি ইভ্‌নৰ মন ভৰি আহিছিল। গীৰ্জাৰ পৰা ওলাই দুয়ো ভালেমান পৰ অ'ত ত'ত ফুৰিলে। বজাৰ কৰিলে। ডাঃ ৱেছে উপযাচি ঘৈণীয়েক কেইহবাকিনো বস্তু কিনি দিলে। দুপৰীয়াৰ আহাৰ আটাই কেইজনে বেছ স্ফূৰ্তিৰে কৰিলে। আহাৰৰ টেবুলতে সেইদিনাৰ কাগজত ওলোৱা হুৱে লঙৰ নতুন প্ৰস্তাৱসমূহৰ বিৱৰণ আৰু টোকা পঢ়ি আটাই কেইজনে সেই বিষয়ে ৰগৰ কৰিলে। অৱশ্যে এই ৰগৰ হুৱে লঙক আক্ৰমণ কৰি কোৱা হোৱা নাছিল কাৰণ লৌচিয়ানাৰ প্ৰতিখন আহাৰৰ টেবুলত তেতিয়া হুৱে লঙৰ বিষয়ে তেনে ৰগৰ ওলোৱাটো একো আচৰিত নহয়, কাৰণ আমেৰিকাত হুয়ে লঙৰ দৰে জনসাধাৰণৰ মৰমৰ অথচ ঘৃণাৰ দ্বিতীয় এজন মানুহ নাছিল।

আহাৰৰ পিচত ডাঃ ৱেছ আৰু ইভন ডাঃ ৱেছৰ দেউতাকৰ গ্ৰীষ্মকালীন কেম্পলৈ গ'ল। এই কেম্পটো হ'ল এমিট্‌ নৈ পাৰত। কাৰ্ল আৰু ইভ্‌ন দুয়ো কিছু সাঁতুৰিলে আৰু তেওঁলোকৰ কেচুৱাটোক মাক-বাপেকে ৰাখিলে। বেলি মাৰ যোৱাৰ লগে লগে তেওঁলোক







বেটন ৰো'লৈ ঘূৰি আহিল। ৰাতিৰ আহাৰৰ পিচত ডাঃ ৰেছে তেওঁৰ সহযোগী ডাক্তৰ এজনৰ ওচৰলৈ গৈ পিচদিনা তেওঁ কৰিবলগীয়া এটি অপাৰেশ্যনৰ প্ৰয়োজনীয় প্ৰস্তুতিৰ বিষয়ে নিৰ্দেশ দি আহিল। তাৰ পিচত ডাঃ ৰেছ বেটন ৰো'ৰ জেনেৰেল হস্পিটাললৈ গ'ল।

উকা চকুৰে দেখাত যদিও ডাঃ ৰেছে দেওবাৰটো আৰু দহজন সাধাৰণ মানুহৰ দৰেই হাঁহি-মাতি অতিবাহিত কৰিছিল, আচলতে তেওঁৰ অন্তৰবো অন্তৰত মাত্ৰ এটা চিন্তাই উকুমুকনি দি আছিল ; কেনেকৈ তেওঁ তেওঁৰ তথা তেওঁৰ শহুৰেকৰ এই ভয়াবহ শত্ৰুক নিঃশেষ কৰিব পাৰে। হস্পিটাল যেতিয়া ডাঃ ৰেছে এৰিলে, তেতিয়া তেওঁ তেওঁৰ লগত সাতোটা বুলেট ভৰ্তি এটি বেলজিয়াম স্বয়ংচালিত পিস্তল গাড়ীৰ পিচৰ চিটৰ তলৰ পৰা উলিয়াই বাহিৰতে ল'লে। তাৰ পিচত তেওঁ গাড়ী চলালে ষ্টেট কেপিটল অভিমুখে।

চিনেট হাউচ ! নিস্তব্ধ। চৌদিশে এক অনাহক উৎকণ্ঠা। হুৱে লঙে হাউচৰ স্পীকাৰ এলেন এলেণ্ডাৰৰ সতে কথা পাতি আছিল। হঠাত তেওঁ জাপ মাৰি উঠিল আৰু তীব্ৰ গতিত গবৰ্ণৰৰ অফিচলৈ সোমাই গ'ল। হঠাৎ লঙ্ এইদৰে উত্তেজিত হৈ পৰিল কিয় ? কাৰণ হুৱে লঙে সভাৰ কাম চলি থাকোতে হঠাতে আৱিস্কাৰ কৰিলে যে তেওঁৰ সমৰ্থনকাৰী কেইবাজনো সভাঘৰত নাই। কাইলৈৰ হ'বলগীয়া গুৰুত্বপূৰ্ণ সভাখনৰ কথা সেইকেইজনে জানে নে নাই বা ?

গবৰ্ণৰৰ অফিচত সোমাই হুৱে লঙে সুধিলে, অমুকজন ক'ত, তমুকজন ক'ত ইত্যাদি। তাৰ পিচত এইবুলি ক'লে ঃ 'তেওঁলোকক বিচাৰি উলিওৱা। যদি দৰ্কাৰ হয় তাহাঁতক জোৰ কৰি লৈ আহা, কাৰণ তেওঁলোকৰ ভোট কেইটা মোক লাগিবই।'

উত্তেজিতভাৱে এই কথাখিনি কৈ হুৱে লঙ্ আকৌ চিনেট হাউচলৈ সোমাই আহিল। তেওঁৰ লগত সদায় থকা দুই এক ৰাজনৈতিক বন্ধু আৰু গা-ৰখীয়াও আছিল। সভাঘৰৰ মজিয়াইদি হুৱে লঙ্ আগবাঢ়ি

যাওঁতে বগা লিনেন চুট পৰিহিত এজন ডেকা মানুহ তেওঁৰ সমুখত আহি ঠিয় হ'ল। মানুহজনৰ হাত দুখন সমুখৰ ফালে আৰু হাতত আছিল এটা ডাঙৰ টুপি। হঠাৎ সেই টুপিৰ তলৰ পৰা সোঁহাত এখন ওলাই আহিল আৰু সেই হাতত আছিল এটা পিস্তল।

এজন গা-ৰখীয়া মূৰে বোডনে পিস্তলটো দেখি সেইটো কাঢ়ি আনিবলৈ জাপ মাৰিলে, কিন্তু জাপ মাৰি মূৰে বোডনে কিবা এটা কৰাৰ আগতে পিস্তলটোৰ পৰা গুলী ওলাই গৈছিল। আঘাত পাই হুৱে লঙে যন্ত্ৰণাত চিঞৰি উঠিল ঃ 'মই মৰিলোঁ!' কিন্তু কোনে শুনিব চিঞৰ? চাৰিও-ভালে হুলস্থুল লাগি পৰে!

পিস্তলটোৰ পৰা গুলী ওলোৱাৰ আগতে হুৱে লঙ্‌ৰ গা-ৰখীয়া মূৰে বোডনে পিস্তলটো কাঢ়ি আনিবলৈ যিটো জাপ মাৰিছিল সেইটো ব্যৰ্থ হ'লেও এইবাৰ গুলী ওলোৱাৰ পিচত গুলী মৰা মানুহজনক ধৰিবলৈ মৰা জাপটো ব্যৰ্থ নহ'ল। বোডনে মানুহজনক সজোৰে ধৰি মজিয়াত বগৰাই দিলে আৰু তাৰপিচত নিজৰ বন্দুক উলিয়াই ডিভিৰ ওপৰত উঠি লৈ গুলী কৰিলে! মূৰে বোডনে ডাঃ কাৰ্ল ৰেছৰ ডিভিৰ পৰা তেওঁৰ বন্দুকৰ নলী উঠাই লোৱাৰ আগতে বাকীবোৰ গা-ৰখীয়াৰো বন্দুকৰ গুলীবোৰ ডাঃ কাৰ্ল ৰেছৰ দেহত সোমাই পৰিছিল। চাৰিওফালে তেজে ৰাঙলী হৈ গ'ল। সেয়া এক ভয়ানক দৃশ্য।

কিন্তু, কিন্তু হুৱে লঙ্‌ৰ কি হ'ল?

গুলী খোৱাৰ পিচতো হুৱে লঙ্ জীয়াই আছিল। কৰিডৰৰে দৌৰি বাহিৰলৈ যাব খোজা হুৱে লঙে সমুখতে মানুহ এজনক পাই তেওঁক সাবতি ধৰি কলে ঃ 'মোক গুলী কৰিছে।' আৰু যন্ত্ৰণাৰ প্ৰতিচ্ছাপ মুখত লৈ হুৱে লঙ্‌ৰ বিকৃত হৈ পৰা দেহটোক মানুহজনে কোনোমতে টানি মেলি হস্পিটাললৈ লৈ গ'ল।

নিউ অৰ্লেন্সৰ শ্ৰেষ্ঠ দুজন চাৰ্জনক আনি ততাতৈয়াকৈ চিকিৎসাত লগাই দিয়া হ'য়। কিড্‌নীৰ ভিতৰেদি গুলী সোমাইছে হুৱে লঙ্‌ৰ! অপাৰেশ্যন কৰিব লাগিব। কৰিলে। হস্পিটালৰ যিজন এনাষ্টেথিষ্ট



তেওঁ বহুদিনৰে পৰা হুৱে লঙ্‌ৰ ৰাজনৈতিক আদৰ্শৰ বিৰোধী, গতিকে তেওঁ নিজে ক'লে, কোনোবা এজন জনা মানুহে তেওঁৰ ওপৰত দৃষ্টি ৰাখক যাতে কিবা এটা অঘটন ঘটিলে পিচত তেওঁক দুষিব নোৱাৰে।

অঘটন ঘটিবলৈ আৰু বাকী নাছিল। অপাৰেশ্যনৰ পিচত হুৱে লঙে প্ৰকৃত অৰ্থত জ্ঞান ওভটাই পোৱাই নাছিল। এবাৰ সাৰ পাই লঙে ডাক্তৰক সুধিছিল অহা নিৰ্বাচনত তেওঁ অংশ লবলৈ সুস্থ হৈ উঠিবনে? অনবৰতে হুৱে লঙক তেজ দি থকা হৈছিল। কিন্তু লাভ একো নহ'ল।

পিচদিনা লৌচিয়ানাৰ আকাশত বেলিটো ঠিক আগ দিনাৰ দৰেই ওলাইছিল। বেট্‌ন ৰো'ৰ চৌবিশ মহলীয়া কোঠালী এটা একেদৰেই হয়তো সেই পোহৰে উজলাই তুলিছিল। কিন্তু সেই পোহৰৰ মাজত হেৰাই গৈ অসীম দিগন্তলৈ চকু থৈ এইবুলি ভাবিবলৈ হুৱে লঙ্ নাছিল ঃ চিনেটৰ হিচাপেই নহয়, হ'ব লাগিব তাতোকৈ ডাঙৰ, বহুত ডাঙৰ? আমেৰিকাৰ প্ৰেছিডেণ্ট!

# কেনেডী

এশ বছৰৰ পুৰণি প্ৰমিচাৰী নোট যাৰ নাম 'মুক্তি ঘোষণা পত্ৰ', আজিৰ দুই কোটি মাৰ্কিন নিগ্ৰোৱে সেয়া ভাঙি পেলাবলৈ বিচাৰিছে। কিয়? মাৰ্কিন যুক্তৰাষ্ট্ৰৰ তৰুণতম প্ৰেছিডেণ্ট জন ফিটজাৰেল্ড কেনেডীয়ে তেওঁলোকক প্ৰতিশ্ৰুতি দিছিল: 'মই ভাঙি দিম।'

আব্ৰাহাম লিংকন আৰু সেইদিনৰ ৰিপাব্লিকান দলৰ পিচত ডেমোক্ৰেট প্ৰেছিডেণ্ট কেনেডীয়ে প্ৰথম যি মাথোন মৌখিক সহানুভূতিৰেই নহয়, কাৰ্যৰে প্ৰমাণ কৰিবলৈ বিচাৰিছিল নিগ্ৰোসৰৰ সমানাধিকাৰৰ দাবীৰ তেৰোঁ এজন সমৰ্থক। ১৯৬০ চনৰ প্ৰেছিডেণ্ট পদপ্ৰাৰ্থী কেনেডীয়ে নিৰ্বাচন অভিযানতে প্ৰতিশ্ৰুতি দিয়ে আৰু কিছু সমানাধিকাৰৰ আইন ৰচিত হ'ব। বসবাসৰ পাৰ্থক্যও আঁতৰাই পেলাব। নিৰ্বাচনৰ কেইদিনমানৰ আগতে নিগ্ৰো নেতা মাৰ্টিন লুথাৰ কিঙ বিক্ষোভ প্ৰদৰ্শনৰ বাবে গ্ৰেপ্তাৰ হয়। কেনেডীয়ে তেওঁক জামিনত আনিবৰ ব্যৱস্থা কৰে। প্ৰেছিডেণ্ট হোৱাৰ পিচতো কেনেডীয়ে সাৱধানেৰে সেই কাম কৰি যায়। আন্তৰ্জাতিক ঘটনাৰ উত্তাল তৰঙ্গত যাতে নিজৰ ঘৰ উটি নেযায়, সেইবাবে ধীৰগতিত নিগ্ৰোৰ সমানাধিকাৰৰ কাৰ্যত হাত দিয়ে। নিউ ফ্ৰন্টিয়াৰৰ প্ৰগতিশীল কাৰ্যসূচী ৰূপায়ণৰ বাবে দক্ষিণৰ ডেমোক্ৰেটসৰৰ সমৰ্থন বিচাৰিলে। কিন্তু কি পালে তাৰ বিনিময়ত কেনেডীয়ে?

মৃত্যু।

আৰু সেই মৃত্যু আহে দক্ষিণাঞ্চলৰ এক চহৰৰ পৰা, নাম যাৰ ডালাছ। যি চহৰৰ প্ৰায় মানুহেই দুৰ্ধৰ্ষ। তাৰোপৰি বগা-ক'লাৰ



দ্বন্দ্ব এই ঠাইত অত্যন্ত প্ৰৱল। সম্প্ৰতি সেয়াই চৰম ৰূপ লয় আৰু কৃষ্ণাঙ্গ অধিবাসীসৰৰ প্ৰতি কেনেডীৰ মৰম দেখি তেওঁ হৈ যায় বহু লোকৰ অপ্ৰীতিভাজন। ফলত গৰজি উঠে ৰাইফল। শেষ হয় বিৰাট সম্ভাৱনাপূৰ্ণ এটি জীৱন।

ইতিহাসৰ কি বিচিত্ৰ গতি। প্ৰেছিডেণ্ট নিৰাপত্তাৰ বাবে আমেৰিকাৰ আইনত বৰ কঠোৰ নিয়ন্ত্ৰণ ব্যৱস্থা আছে। এই শতিকাৰ আগভাগত ইয়াৰ বাবে এক বিশেষ গুপ্তচৰ বিভাগো প্ৰস্তুত কৰা হয়। মাত্ৰ চৌত্ৰিশ বছৰত আমেৰিকাৰ নজন প্ৰেছিডেণ্টৰ ভিতৰত তিনি জনৰে আততায়ীৰ হাতত মৃত্যু হয়। প্ৰায় তিনিশ গুপ্ত পুলিচ সদায় হোৱাইট হাউছত থাকে। তেওঁলোক প্ৰত্যেকেই গুপ্তচৰ বৃত্তিত পাৰদৰ্শী। প্ৰেছিডেণ্ট যেতিয়া ভ্ৰমণৰত সেই সময়তো আগে-পিচে সকলোতে একোদলকৈ গুপ্ত পুলিচ। এই বিভাগ সৃষ্টিৰ পিচত আৰু কোনো প্ৰেছিডেণ্টৰে আততায়ীৰ হাতত মৃত্যু ঘটা নাছিল। চিক্ৰেট ছাৰ্ভিচে নিজৰ কৃতিত্বত চাগে আপোন মনে হাঁহিছিল। কিন্তু সেই হাঁহি এদিন চকুপানী হৈ দেখা দিলে। সেয়া ১৯৬৩ চনৰ ২২ নবেম্বৰৰ কথা।

লী হাৰ্ভে অছৱাল্ড নামৰ এজন আততায়ীৰ হাতৰ তিনিটা গুলীয়ে স্তব্ধ কৰি দিয়ে এই শতিকাৰ এক অসামান্য প্ৰতিভাৰ জ্বলন্ত স্বাক্ষৰ, এইকালৰ পৃথিৱীৰ এজনা ঐতিহাসিক পুৰুষক। পোন্ধৰ বছৰ আগতে গান্ধীজীৰ মৃত্যুৰ পিচত এনে শোকাবহ ঘটনা এই শতিকাত আৰু ঘটা নাই। আৰু কেনেডী মৃত্যুৰ দৰে সমগ্ৰ পৃথিৱীকে আৰু কোনো ঘটনাই বোধহয় এই শতিকাত বিস্ময়ত বোবাও কৰি দিয়া নাই। কিয়? কিয় এই কেনেডী-প্ৰীতি? কি আছিল কেনেডীৰ, মাত্ৰ তিনি বছৰ ৰাষ্ট্ৰ পৰিচালনাৰ গুৰু দায়িত্ব পালন কৰি মাৰ্কিন যুক্তৰাষ্ট্ৰৰ এই তৰুণ প্ৰেছিডেণ্টে এনে কি কৃতিত্ব দেখুৱাইছে, লাখ লাখ হিয়াৰ মাজত এনে কি আশাৰ বাণী শুনাইছিল যে যাৰ বাবে অগণিত দেশৰ মানুহ শোকবিহ্বল হৈ আতুৰ হৈ পৰিছিল?

কাৰণ নিশ্চয় আছে। আৰু সেই কাৰণ বিচাৰি চাব গ'লে আমি কেনেডীৰ জীৱন কাহিনীও লুটিয়াই চাব লাগিব। বিংশ শতাব্দীত মাত্ৰ তিনিজন ডেমোক্ৰেট ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈছিল। কেনেডীৰ আগতে উড্ৰো উইলছন, ফ্ৰেঙ্কলিন ৰুজভেল্ট আৰু হেৰী ট্ৰুমেন। তিনিজন প্ৰেচিডেন্টেই মাৰ্কিন যুক্তৰাষ্ট্ৰক মহাযুদ্ধৰ মাজলৈ লৈ গৈছে। কেনেডী আছিল বিংশ শতিকাৰ চতুৰ্থ ডেমোক্ৰেট প্ৰেছিডেন্ট। কেনেডীয়ে প্ৰেছিডেন্টৰ ভাৰ গ্ৰহণ কৰাৰ সময়ত পৃথিৱীৰ চৌদিশে বাৰুদ জমা হৈ আছিল। কঙ্গো, বাৰ্লিন, কিউবা, তিব্বত, আলজেৰিয়াতে নহয় যি কোনো ঠাইতে যি কোনো মুহূৰ্তত দাবানলৰ দৰে সেই বাৰুদ জ্বলি উঠিব পাৰে। শীতল যুদ্ধৰ আঁৰে আঁৰে হেজাৰ হেজাৰ মাৰণাস্ত্ৰৰ স্তূপ জমা হৈছিল। সকলোৰে মুখত এই পটভূমিত প্ৰশ্ন আছিল জেক কেনেডীয়ে পৃথিৱীক কি উপহাৰ দিব? মহাশ্মশানৰ শান্তি নে পাৰস্পৰিক সৌহাৰ্দ্যৰ সম্প্ৰীতি? মৃত্যুৰ আগলৈ কেনেডীয়ে যি কৰি থৈ গৈছিল সেয়াই নিশ্চয় সমগ্ৰ বিশ্বকে বাৰুকৈয়ে বুজাইছিল যে কেনেডীয়ে যিয়ে নকৰক তেওঁ মানৱ সমাজখন নকৈ গঢ়িব বিচাৰিছিল, ভাঙিবলৈ নহয়।

অদ্ভুত মানুহ এই কেনেডী। তেওঁৰ মুখত হাঁহি আছে কিন্তু সেই হাঁহি ডিপ্লোমেটৰ নহয়, কৰ্মীৰ। সভাৰ মঞ্চত যেতিয়া তেওঁ বহি থাকে বাৰে বাৰে মূৰলৈ হাত নি চুলি ঠিক কৰি আৰু আঙুলিৰ আগেৰে নেকটাইডাল মেৰুৱাই থাকে, বাওঁভৰিৰে মাজে মাজে তাল দি যায়। ১৯৬০ চনত যেতিয়া কেনেডী প্ৰেছিডেন্ট হয় তেওঁ তেতিয়াও স্বদেশৰ বেছি মানুহৰ ওচৰত পৰিচিত নহয়, বিদেশতটো একেবাৰে অজ্ঞাত। অথচ তেওঁৰ নিৰ্বাচন যুদ্ধৰ যোগ্য প্ৰতিদ্বন্দ্বী ৰিচাৰ্ড নিক্সন আছিল আমেৰিকাৰ বিখ্যাত, জনপ্ৰিয়, মধুৰ ব্যক্তিত্বসম্পন্ন লোক। খবৰৰ কাগজত সদায় নিক্সনৰ ছবি ওলায়, বিশ্বৰ ৰাষ্ট্ৰনায়কসৱৰ সতে তেওঁৰ প্ৰত্যক্ষ যোগাযোগ। নিক্সন ঠাণ্ডা মানুহ, উত্তেজিত নহয়, অসংযত ব্যৱহাৰ নকৰে আন কথাও সম্পূৰ্ণ ডিপ্লোমেটৰ। কিন্তু কেনেডীৰ মাজত



যৌৱনৰ চাঞ্চল্য। যেতিয়া বক্তৃতা দিবলৈ তেওঁক মতা হয়, পাঁচ মিনিটৰ ভিতৰত শেষ হয় তেওঁৰ কথা। প্ৰত্যেকটো কথাই শাণিত তীক্ষ্ণ; প্ৰত্যেকটি বাক্য দ্ৰুতগতি তীৰৰ দৰে মৰ্মভেদী। নিক্সন প্ৰেছিডেন্টৰ পদৰ বাবে উঠোতে তেওঁৰ পিচত আছিল সৰ্বপ্ৰিয় আইছেনহাৱাৰৰ আশ্ৰয়, সম্পূৰ্ণ ৰিপাব্লিকান দলৰ সানন্দ সন্মতি। কেনেডীৰ সেই সৌভাগ্য নাছিল। ট্ৰুমেন, ষ্টিভেনচন, হামফ্ৰে প্ৰভৃতি ডেমোক্ৰেট দলপতিসৱে তেওঁৰ ওচৰত সক্ৰিয়ভাৱে যোগ দিয়া নাছিল। অকলে তেওঁ যুঁজিবলগীয়া হৈছে, নিজৰ প্ৰবল ব্যক্তিত্বৰ মাটিত থিয় হৈ প্ৰমাণ কৰিবলগীয়া হৈছিল যে তেৱোঁ সবল মানুহ।

ভাবিলে আচৰিত লাগে ককায়েকৰ অকাল মৃত্যু নহলে কেনেডী কোনো দিন ৰাজনীতিৰ জগতত নোসোমালহেঁতেন। সাংবাদিকতা আৰু সাহিত্যৰ প্ৰতিহে কেনেডীৰ চিৰদিন আকৰ্ষণ। সৰু কালতে খোৱা টেবুলত বহি মাক-দেউতাক, ভায়েক-ভনীয়েকহঁতে মিলি ৰাজনীতিৰ তৰ্ক কৰিছিল, সেইবোৰত ককায়েক জো আছিল আগভাগ লওতা। মাক বাপেকে জানিছিল, ভায়েক-ভনীয়েকহঁতে জানিছিল, ককায়েক জোৱে এদিন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেছিডেন্ট হ'ব। কিন্তু ভাগ্যৰ কি বিড়ম্বনা। মহাযুদ্ধত ইংলণ্ডৰ সমুদ্ৰ তীৰত জো কেনেডীৰ মৃত্যুই বিশ্বৰ ৰঙ্গমঞ্চত কেনেডীকে নায়ক কৰি নমাই দিয়ে। কেনেডীয়ে নিজে কৈছিল: 'দাদা যদি নমৰিলহেঁতেন মই কেতিয়াও ৰাজনীতিত নোসোমালোহেঁতেন। মই যদি মৰোঁ মোৰ সৰু ভাই বব আহিব। ববৰ যদি কিবা হয় তেনে টেড্ আহিব। আমাৰ পৰিয়ালৰ পৰা কোনোবা এজন নহয় কোনোৱা এজনে সদায় ৰাজনীতিত অংশ লবই।' আমেৰিকাৰ ধনীসৱৰ পাৰ্টি ৰিপাব্লিকান, মধ্যবিত্ত আৰু দৰিদ্ৰসৱৰ পাৰ্টি ডেমোক্ৰেটিক। নিজে ধনী হৈও কেনেডী পৰিবাৰে (কথিত আছে যে কেনেডীৰ দেউতাক জোচেফ কেনেডীয়ে নিজৰ প্ৰতিটো ল'ৰা-ছোৱালী ডাঙৰ হোৱাৰ লগে লগে চল্লিশ লাখ টকাৰ সম্পত্তি দি গৈছে) তিনি পুৰুষ ধৰি ডেমোক্ৰেটিক দলৰ। ১৯৬১ চনৰ ২০ জানুৱাৰীৰ দিনা কনিষ্ঠতম

আৰু সৰ্বপ্ৰথম ৰোমান কেথোলিক প্ৰেছিডেণ্টৰূপে হোৱাইট হাউচৰ কৰ্মভাৰ গ্ৰহণ কৰাৰ দিনা কৈছিল : মোৰ সংগ্ৰাম মানৱ জাতিৰ সাধাৰণ শত্ৰু দাৰিদ্ৰ্য, উৎপীড়ণ আৰু যুদ্ধৰ বিৰুদ্ধে।

কোনো জানে কেনেকৈ কেনেডীয়ে তেওঁৰ এই বিশ্বাসৰ স্বপ্ন সাৰ্থক কৰি তোলাৰ বাবে প্ৰস্তুত হৈছিল? কিন্তু তাৰ আগতে প্ৰস্তুত হৈছিল অন্য এজন—লী হাৰ্ভে অছওৱাল্ড। সেয়া ১৯৬৩ চনৰ ২২ নবেম্বৰৰ কথা।

টেক্সাছৰ ডালাছ নগৰী সেইদিনা উৎসৱমুখৰ।

প্ৰেছিডেণ্ট কেনেডী ডালাছলৈ আহিছে। প্ৰায় এক লাখ লোক-সংখ্যাৰে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ দক্ষিণাঞ্চলৰ সৰু ৰাষ্ট্ৰ ডালাছ। আগতেই কৈছোঁ এই ডালাছত নিগ্ৰো বিৰোধী আন্দোলন অত্যন্ত প্ৰবল। সকলোফালে এক অশান্ত পৰিবেশ। কেনেডী সিদিনা আহিছিল টেক্সাছৰ হৃদয় জয় কৰিবলৈ। তেওঁ জানিছিল টেক্সাছৰ মানুহে তেওঁক ভাল নেপায়, অত্যন্ত নিগ্ৰো বিদ্বেষী সেই ঠাইয়ে তেওঁৰ নিগ্ৰো-প্ৰীতিক কোনোপধ্যেই সহজভাৱে লব নোৱাৰে। তথাপিও ক্ষীণ আশা, কিজানি ভালপোৱাৰ কথা শুনাই টেক্সাছৰ হৃদয় তেওঁ জয় কৰিবলৈ সমৰ্থ হয়?

টেক্সাছৰ বাটে-ঘাটে সেইদিনা মানুহৰ ভিৰ। কিন্তু কোনে জানে সেই ভিৰ কিহৰ বাবে? উল্লেখযোগ্য কথা যে, ১৯৬০ চনৰ প্ৰেছিডেণ্ট নিৰ্ব্বাচনতো ডেমোক্ৰেটিক দলে টেক্সাছত বিশেষ সুবিধা কৰিব পৰা পৰা নাই। বিশেষকৈ ডালাছ চহৰত। এই ঠাইত কেনেডীয়ে ভোট পায় ৮৮৭৭৬ আনহাতে নিক্সানে পায় ১৪৯৩৬৯ ভোট। ডালাছ ৰক্ষণশীল ৰাজনীতিৰো প্ৰধান ঘাঁটি! তাতেই কেনেডীৰ ভবিষ্যত প্ৰতিদ্বন্দ্বী কেৰী গোল্ডওৱাটাৰৰো ঘৰ আৰু প্ৰভাৱ। কেনেডীয়ে ডেমোক্ৰেট দলৰ লুপ্ত গৌৰৱ উদ্ধাৰৰ আশাতে ডালাছলৈ গৈছিল। গৈছিল ভালপোৱাৰ বাণী শুনাবলৈ।



অথচ ডালাছৰ পৰিবেশ সেইদিনা এনে উৎসৱমুখৰ অৱস্থাৰ মাজতো আছিল অশান্ত। বাতৰিত প্ৰকাশ যে প্ৰেছিডেণ্ট কেনেডীৰ ডালাছ চহৰ পদাৰ্পণ কৰাৰ দিনা উগ্ৰ দক্ষিণপন্থীসকলৰ হাতৰ পৰা প্ৰিবোৰ প্ৰচাৰপত্ৰ কাঢ়ি লোৱা হয় তাত লিখা আছিল : 'বিশ্বাসঘাতকতাৰ বাবে এইজন মানহক লাগে।' কেনেডীৰ ফটোৰ ওপৰত এইষাৰ কথা প্ৰচাৰপত্ৰসমূহত লিখা আছিল।

সেইদিনাই ডালাছৰ বাতৰিকাকত 'মনিং নিউজ'ত প্ৰেছিডেণ্ট কেনেডীৰ উদ্দেশ্যে এটি স্বাগত বাণী ক'লা বৰ্ডাৰৰ ভিতৰত সজাই প্ৰচাৰ কৰা হয়। তাত লিখা আছিল : মিঃ কেনেডী, ডালাছে আপোনাক স্বাগতম জনাইছে। ১৯৬০ চনৰ যিখন চহৰে আপোনাৰ নীতি আৰু মতবাদ প্ৰত্যাখ্যান কৰিছিল, সেই চহৰেই পুনৰ আজি সুস্পষ্ট ভাষাৰেই সেয়া প্ৰত্যাখ্যান কৰিব।' অকল এয়ে নহয় সেই দিনাই ডালাছত থকা কেনেডীৰ বন্ধুসৱকো টেলিফোনৰ যোগেদি ভয় দেখুৱা হৈছিল। টাচৰ বাতৰিত প্ৰকাশ যে টেলিফোন যোগে ডালাছৰ মেয়ৰ মিঃ আৰ্ল কেবলক প্ৰাণনাশৰ ভয় দেখুৱা হয়। মিঃ কেবলক এই বুলিও কোৱা হয় যে যেতিয়া তেওঁ কেনেডীৰ অন্ত্যেষ্টিক্ৰিয়াত যোগদান দিবলৈ ৱাশ্বিংটনলৈ যি বিমানত যাব সেই বিমান বোমা মাৰি উৰুৱাই দিয়া হ'ব।

কেনেডী মৃত্যুৰ এমাহমান আগতে ৰাষ্ট্ৰসংঘত মাৰ্কিন প্ৰতিনিধি মিঃ ষ্টিভেন্স এই ডালাছতে অপমানিত হৈছিল! গতিকেই তেওঁ হোৱাইট হাউচলৈ টেলিফোন কৰি প্ৰেছিডেণ্টক এই সময়ত টেক্সাছলৈ যাবলৈ মনা কৰিছিল। আততায়ীৰ গুলীত নিহত টেক্সাছৰ গবৰ্ণৰ জন কোনেলীয়েও কেনেডীৰ এই যাত্ৰা বন্ধ কৰিবলৈ ৱাশ্বিংটনলৈ গৈছিল। অকল এয়ে নহয় কেনেডী ডালাছলৈ অহাৰ দুদিন আগতে বিশ্ববিদ্যালয়ৰ ছাত্ৰ ৰবাৰ্ট ৰোজে কনেকটিকাটত থকা তেওঁৰ মাকলৈ চিঠি দিছিল এই বুলি : 'মোৰ দৃঢ় বিশ্বাস যে টেক্সাছৰ কোনো উন্মাদ ঘাতকৰ হাতত প্ৰেছিডেণ্ট

কেনেডীয়ে প্ৰাণ দিবলগীয়াত পৰিব। বৰ উদ্বেগৰ মাজত দিন কটাইছোঁ।'

এইবোৰ কথাই স্পষ্ট প্ৰমাণ কৰে কেনেডী পদাৰ্পণ কৰা ডালাছৰ অশুভ অৱস্থাৰ কথা। কিন্তু ইমান বাধা-বিঘিনিয়েও কেনেডীক ৰাখিব নোৱাৰিলে। তেওঁ গ'ল—মানৱতাৰ কথা শুনাবলৈ, সমান অধিকাৰৰ কথা শুনাবলৈ, এখন অপয়া নলগা সুস্থ সমাজৰ স্বপ্ন ৰচিবলৈ। আচৰিত কথা, তেতিয়াও কেনেডীক চাবলৈ ডালাছৰ ৰাজপথৰ দুয়োকাষে হেজাৰ হেজাৰ মানুহ গোট খাইছিল। হৰ্ষোচ্ছল জনতাই কেনেডীৰ জয়ধ্বনি দিছিল।

ডালাছৰ বগা মিহি ৰাজপথেদি আগুৱাই গৈছিল মটৰৰ শোভযাত্ৰা। সেই শোভযাত্ৰাৰ মাজত আছিল গাঢ় নীলা ৰঙৰ বিৰাট এখন লিঙ্কন গাড়ী। সেই গাড়ীত বহি আছিল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ তৰুণতম প্ৰেছিডেণ্ট কেনেডী। কাষত এজাপ সোণালী চুলিৰে কেনেডী স্ত্ৰী জেকুলিন কেনেডী। দুয়োজনেই হাঁহি আহিছিল। সেই হাঁহি আত্মপ্ৰত্যয় মিহলি মিঠা হাঁহি। দুয়োকাষৰ জনতাই তেতিয়াও হাত চাপৰি দি দি কেনেডীৰ নামত জয়ধ্বনি দি আছিল। এনেতে—

হঠাত গৰজি উঠিল এটা ৰাইফল। এটা, দুটা, তিনিটা শব্দ আততায়ীৰ গুলী সেইদিনা লক্ষ্যভ্ৰষ্ট হোৱা নাছিল। গুলী লাগিছিল কেনেডীৰ মূৰত। তেজৰে সৰ্বমুখমণ্ডল চিনিব নোৱাৰা অৱস্থা হৈছিল। দুহাতেৰে বুকু ঢাকি তেওঁ সমুখলৈ ঢলি পৰিছিল। বিস্ময়, বিমূঢ়া স্ত্ৰী জেকুলিনে গিৰিয়েকৰ তেজে আবৰা দেহাটো পলকতে সাবটি ধৰি চিঞৰি উঠে 'অ' নো!' ড্ৰাইভাৰে সকলো বুজিছিল। গাড়ী নৰখাই তেওঁ গাড়ী চলাই থাকিল। চিক্ৰেট চাৰ্ভিচৰ লোকসকলেও সকলো বুজি গাড়ী হাস্পতালৰ পথেৰে আগুৱাই লৈ গৈছিল। পাৰ্কলেণ্ড হাস্পতাল পাবলৈ পাঁচ মিনিট সময়ে লগা নাছিল কিন্তু তাৰে ভিতৰত কেনেডীৰ অৱস্থা আৰু বেয়াৰ ফাললৈ যায়। উশাহ লবলৈ কষ্ট নেপাবলৈ তেওঁৰ শ্বাসনলীত অস্ত্ৰোপচাৰ কৰা হ'ল। তেজ দিয়া হ'ল, অক্সিজেন দিয়া



হ'ল কিন্তু তথাপি মৃত্যুযাত্ৰীক জীৱনৰ পোহৰ লবলৈ মুদি পেলোৱা চকু দুটি এবাৰ মেল খুৱাবলৈ সমৰ্থ নহল কোনোৱে। পচিশ মিনিট পিচত সহকাৰী প্ৰেছিডেণ্ট জনছন গম্ভীৰ মুখেৰে বাহিৰলৈ ওলাই আহে আৰু প্ৰায় লগে লগে হোৱাইট হাউচৰ সহকাৰী প্ৰেছ চেক্ৰেটৰীয়ে ঘোষণা কৰিলে ঃ 'দি প্ৰেছিডেণ্ট ইজ ডেড্।'

কিন্তু হত্যাকাৰীৰ কি হ'ল?

প্ৰেছিডেণ্টৰ গাড়ীয়ে যেতিয়া গুলীবিদ্ধ প্ৰেছিডেণ্টক লৈ হাস্পতাললৈ সবেগে ৰাওনা হৈছিল পুলিচ তেতিয়া বাটৰ কাষৰ সাত মহলা ঘৰটোৰ ফালে—যিটো ঘৰৰ ছমহলাৰ খিৰিকী এখনৰে পলকৰ ভিতৰতে এটা বন্দুকৰ নল দেখা দি অদৃশ্য হৈ গৈছিল! ঘৰটো ঘেৰাও কৰা হ'ল, চাৰ্চ কৰা হ'ল, এটা ৬.৫ মিলিমিটাৰৰ ইটালীয়ান ৰাইফলো ঘৰটোৰ ভিতৰত পোৱা হ'ল। কিন্তু মানুহজন কোন যিজনে সেই বন্দুকটো চলাইছিল? অছওৱাল্ড তেতিয়াও পুলিচৰ সন্দেহতে পৰা নাই। পৰিল অলপ পিচত। আৰু সেয়াও বৰ নাটকীয়ভাৱে।

অছওৱাল্ডে উল্লেখিত সাত মহলায়া ঘৰটোৰ ভিতৰৰ পৰা নামি আহোঁতে পুলিচে সুধিছিল তেওঁ কোন? অছওৱাল্ডে উত্তৰ দিছিল, 'মই ইয়াত কাম কৰে'। অছওৱাল্ডৰ এই উক্তি অন্য এজনে সমৰ্থনো জনায়। অছওৱাল্ড নিৰ্বিকাৰভাৱে ওলাই যায়। কিছু সময় পিচত (প্ৰায় ৪৫ মিনিট) মিচেছ মাৰখাম নামে এগৰাকী ভদ্ৰ মহিলাই পুলিচক ফোন কৰি জনায় যে তেওঁ বৰ ভয়ঙ্কৰ দৃশ্য এটা দেখিছে। কি দৃশ্য? মিচেছ মাৰখামে পুলিচক ফোন কৰি জনাই যে বাচ ষ্টপ এটাত বাচৰ বাবে তেওঁ অপেক্ষা কৰি থাকোঁতে এখন পুলিচৰ গাড়ী আহি বাটেৰে গৈ থকা মানুহ এজনক কিবা-কিবি সোধে, পুলিচ অফিচাৰজন নামি মানুহজনক নিৰীক্ষণ কৰে, মানুহজনেও। তাৰ পিচ মুহূৰ্ততে পথচাৰীজনে পিষ্টল এটা উলিয়াই পুলিচ অফিচাৰজনক হত্যা কৰে।

পুলিচ হেডকোৰ্টাৰত মিচেছ মাৰখামৰ এই বাতৰি পাই পুলিচ ঘটনাস্থলীলৈ গৈ দেখে যে পুলিচ অফিচাৰ টিপিটৰ মৃতদেহ বাটত

লুটি খাই পৰি আছে! তাৰ অলপ পিচতে পুলিচে আকৌ টেক্সাছৰ এটি চিনেমা হলৰ পৰা ফোন পায় এইবুলি ঃ 'অলপ আগতে এজন মানুহ আহি আমাৰ ছবিঘৰত সোমাইছে। টিকট চাই মানুহজনক নিৰ্দিষ্ট আসনত বহুৱাই দিয়াৰ পিচতো মানুহজনে ছটফটাই আছে আৰু বাৰে ক'ৰে বহা আসন সলনি কৰিছে। মানুহজনৰ ব্যৱহাৰ অত্যন্ত সন্দেহজনক।'

এই বাতৰি পাই পুলিচে টেক্সাছ ছবিঘৰ ঘেৰাও কৰি পেলালে। পুলিচ অফিচাৰ ছবিঘৰৰ ভিতৰ সোমাই প্ৰত্যেককে জেৰা কৰি গ'ল। এবাৰ এজনক জেৰা কৰোতে মানুহজন জাপ মাৰি উঠি পকেটৰ পৰা এটা পিস্তল উলিয়াই ট্ৰিগাৰ টানিলে! কিন্তু ট্ৰিগাৰ টনা সত্বেও গুলী নোলাল। গুলী যে নাই সেয়া তেওঁৰ ধাৰণাই নাছিল। মানুহজনক গ্ৰেপ্তাৰ কৰা হয়। মানুহজনে হেনো তেতিয়া গুণগুণাই কৈছিল, 'ইটছ অল অ'ভাৰ।'

এইজনেই লী হাৰ্ভে অছওৱাল্ড। ডালাছৰ সেই সাতমহলীয়া ঘৰৰ সতৰ্ক পুলিচৰ দৃষ্টিকো নেওচি যেতিয়া অছওৱাল্ড ওলাই আহে তেতিয়াও পুলিচে তেওঁক সন্দেহ কৰিব পৰা নাছিল। সন্দেহ কৰে পুলিচ অফিচাৰ টিপিট হত্যাৰ পিচত, ঘণ্টাৰ পিচত ঘণ্টা ধৰি কৰা জেৰাৰ পিচত, প্যাৰাফিন টেষ্ট আৰু বহু সাক্ষী-প্ৰমাণ সংগ্ৰহৰ পিচত। ডালাছৰ পুলিচ চীফ জেচ কাৰীয়ে জনালে যে কেনেডী যিদিনা গুলীবিদ্ধ হয় সেইদিনাই ৰাতিপুৱা এটা বিৰাট পাৰ্চেল লৈ (এনে পাৰ্চেল যিটোৰ ভিতৰত এটা ৰাইফল সহজেই নিব পাৰে) অছওৱাল্ড সেই ঘৰটোত সোমাইছিল। অকল সেয়ে নহয় কেনেডী গুলীবিদ্ধ হোৱাৰ সময়ত অছওৱাল্ডক সেই ঘৰ ভিতৰত দেখা বুলিও প্ৰমাণ ওলায়।

সমগ্ৰ বিশ্বই এই কথা জানিলে হে অছওৱাল্ডেই কেনেডীক হত্যা কৰিছে। কিন্তু ডালাছ পুলিচ হেডকোৱাৰ্টাৰত সেই মুহূৰ্তত অন্য এক দৃশ্যৰ আৰম্ভ হৈ গৈছিল। টেলিভিশ্যনত সকলোৱে দেখিছিল পুলিচ হেডকোৱাৰ্টাৰৰ পৰা অছওৱাল্ড কাউণ্টি জেললৈ লৈ যোৱা হৈছে।



হাতত হাত কেৰেয়া, দুয়োকাষে চিকিউৰিটী অফিচাৰ। চাৰিওফালে প্ৰেছ ফটোগ্ৰাফাৰ আৰু ৰিপৰ্টাৰৰ ভিৰ। হঠাৎ সেই ভিৰ ভাঙি এজন মানুহ সমুখলৈ আহি অছওৱাল্ডৰ ওপৰত পিস্তল দাঙি ধৰিলে। তাৰ পিচ মুহূৰ্তত দেখা গ'ল অছওৱাল্ড বাগৰি পৰিছে। মুহূৰ্তৰ ভিতৰতে সকলো ঘটি যায়। অছওৱাল্ডৰ হত্যাকাৰীৰ নাম হ'ল জেক ৰুবী, ডালাছৰ এটি নাইট ক্লাবৰ মালিক। কেনেডী পৰিবাৰৰ প্ৰতি সহানুভূতিশীল হৈয়ে ৰুবীয়ে এই হত্যাকাণ্ড কৰা বুলি কয়।

এইবোৰ সঁচা নে মিছা ষড়যন্ত্ৰকাৰীয়ে কৌশলেৰে অছওৱাল্ডৰ মুখ চিৰকালৰ বাবে বন্ধ কৰি দিব লৈকে এইবোৰ কৰিছে নেকি একো জনা নেযায়। এতিয়াও এইবোৰৰ তদন্ত চলি আছে। বহুত কাকতে-পত্ৰই ওলাইছে যে অছওৱাল্ডো হেনো জন এফ কেনেডীৰ প্ৰকৃত হত্যাকাৰী নহয়। বহুতে আকৌ ডালাছ পুলিচকো এই হত্যাৰ লগত জড়িত কৰিব খোজে। এক কথাত, কেনেডী মৃত্যু এক গভীৰ ৰহস্যৰ আৱৰ্তত সীমিত। ভৱিষ্যতে হয়তো এইবোৰ আৰু স্পষ্টভাবে প্ৰকাশ পাব, প্ৰকাশ পাব প্ৰকৃত হত্যাকাৰী কোন, কোন এই ইতিহাসৰ নৃশংসতম কলঙ্কিত অধ্যায়ৰ ৰচয়িতা।

কিন্তু প্ৰকাশ নেপায় আৰ্লিংটনৰ সেউজী ঘাঁহনি ডবাৰ মাজত শুই পৰা এক তৰুণ ৰাষ্ট্ৰনায়কৰ অসম্পূৰ্ণ স্বাৱনকাৰ্যৰ পাণ্ডুলিপি, বিধবা জেকুলিনে দুটি শিশু আৰু বুকুভৰা কান্দোনৰ গুৰুভাৰ লৈ আঁতৰি যোৱা কৰুণ মৰ্মবেদনাৰ।

জেকুলিনে কি ভাবিছে কোনে জানে? কিজানি ভাবিছে স্বামী জেকৰ নিৰ্বাচনৰ পিচত ৱাশ্বিংটন-নিউয়ৰ্ক-বোষ্টনৰ পথে পথে মাৰ্কিন যুৱক-যুৱতীয়ে নতুনকৈ লিখি উলিওৱা সেই গানৰ কলিটিৰ কথা ঃ "নেভাৰ ফিয়াৰ, জেক ইজ হিয়াৰ!" জেক আছিল, সঁচায়ে ভয় নাছিল, শান্তি আছিল। যুদ্ধ নাহে, যুদ্ধ নাহে। কিন্তু এতিয়া?

জেকুলিন কেনেডীৰ যি ভয় সেই একেই ভয় সমগ্ৰ বিশ্ববাসীৰে জানো নহয়?

# মিখাইল ছলোখভ

"Not with the plough is our dear, glorious earth furrowed,
Our earth is furrowed with hoofs of horses,
And our dear glorious earth is sown with
the heads of cossacks :
Our gentle Don is adorned with youthful widows
Our gentle father Don is blossomed with orphans
The waves of gentle Don are rich with
Fathers and mothers' tears.

—OLD COSSACK SONG

—পানীৰ ঢৌবোৰ পাৰে পাৰে খুন্দা খাই খাই হালধীয়া পাৰৰ বালিত মৃদু কঁপনি তুলি তুলি আতৰি গ'ল···গঙা চিলনীয়ে নৈখনৰ চাৰিওকাষে উৰি ফুৰি আছে। সৰু সৰু ৰূপালী মাছবোৰে পানীৰ পৰা জপিয়াই থাউকতে আকৌ পানীৰ মাজত বিলীন হৈ গ'ল।······ ডনৰ পানীৰ স'তে কোনে জানে কি এক অতীত ইতিহাস মিহালি হৈ আছে···

এয়া 'ডন বৈ যায় নীৰৱে' (And Quiet Flows the Don)ৰ ৰূপ বৰ্ণনা। ডন নৈৰ পাৰৰ ইতিহাস, ডন নৈৰ পাৰৰ কোছাকসকলৰ জীৱন কাহিনী তথা তেওঁলোকৰ স্বপ্রতিষ্ঠা আৰু স্বসন্মানৰ বাবে কৰা অক্ষয় সংগ্ৰামৰ ইতিহাস লৈ ৰচিত সুবিখ্যাত ৰুছ লেখক মিখলাই ছলোকভক ১৯৬৫ চনৰ বাবে সাহিত্যত নোবেল বটা দিয়া হয় বুলি ষ্টকহলমৰ ছুইডিছ একাডেমীয়ে ঘোষণা



কৰে। যোল অক্টোবৰৰ দিনা একাডেমিয়ে ঘোষণাত কয় যে 'সন্দেহ নাই এই পুৰস্কাৰ দিয়াত আশাতীত ভাবে পলম হৈ গৈছে হলেও নোবেল বঁটা বিজয়ী বহু সুখ্যাত নামৰ সতে আমাৰ যুগৰ এজন বিখ্যাত লেখকৰো নামো সংযোজিত হ'ল। ছলোকভে পাবলগীয়া পুৰস্কাৰৰ মূল্য হ'ল ২৮২,০০০ ক্ৰাউন অৰ্থাৎ প্ৰায় ১৯,৪৩০ পাউণ্ড।

একাডেমীয়ে পুৰস্কাৰ ঘোষণা কৰাৰ সময়ত তিনিকুৰি বছৰীয়া ঔপন্যাসিক ছলোকভ মস্কোত নাছিল, তেওঁ আছিল মধ্য ৰুছিয়াৰ উত্তৰ কাজাখাস্তান নামৰ ঠাইত জনসাধাৰণৰ পৰা আঁতৰত। ছলোকভে তেওঁৰ স্ত্ৰীৰ সতে সেই ঠাইত মাছ মাৰিবলৈ আৰু পৰবৰ্তী উপন্যাসৰ বাবে সমল গোটাবলৈ এমাহকাল ধৰি আঁতৰি আছিল। টেলিফোনৰ যোগাযোগ নথকা সেই ঠাইত ছলোকভে টেলিগ্ৰামৰ দ্বাৰা সেই বাতৰি পাৰ আৰু 'টাচে' উল্লেখ কৰাৰ দৰে তেওঁ হেনো কয়ঃ 'মই কৃতজ্ঞতাৰে নোবেল পুৰস্কাৰ গ্ৰহণ কৰিলোঁ।'

উল্লেখযোগ্য যে ছলোকভ এই পুৰস্কাৰ পোৱা দ্বিতীয় ৰুচ সাহিত্যিক। প্ৰথমজন বৰিচ পেষ্টাৰনেক, ১৯৫৮ চনত 'ডাঃ ঝিভাগো' উপন্যাসৰ বাবে এই বঁটা পায় কিন্তু বঁটা গ্ৰহণ নকৰে। আৰু এজন পুৰস্কাৰ বিজয়ী আইভান বুনিন ৰুচ কিন্তু তেওঁ 'চোভিয়েট' সাহিত্যিক নহয়। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য, যে বৰিচ পেষ্টাৰনেকক নোবেল কমিটীয়ে পুৰস্কাৰ দিওঁতে ছলোকভে তীব্ৰ ভাষাত কমিটীৰ সমালোচনা কৰিছিল, কৈছিলঃ 'It was not objective in its judgment of the literary value of authors.'

অপ্ৰাসঙ্গিক হলেও এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে নোবেল বঁটাৰ সুদীৰ্ঘ ষাঠি বছৰীয়া ইতিহাসত এতিয়ালৈ বিভিন্ন পাঁচোটি বিভাগত মাত্ৰ সাতজন ছোভিয়েট লেখক, বৈজ্ঞানিকে এই বঁটা পাইছে। ছলোকভ নোবেল বঁটা বিজয়ী অষ্টম ৰাচিয়ান।

নোবেল কমিটীৰ চেয়াৰমেন ডঃ অষ্টাৰলিঙে ঘোষণা কৰিছে যে

ছলোকভ যদিও এজন সংশয়হীন কমিউনিষ্ট, তথাপিও ৰচনাত কতো কমিউনিষ্ট আদর্শবাদ সম্পর্কে কোনো মন্তব্য নাই।

সুবিখ্যাত ইংৰাজ লেখক লর্ড স্ন'ই লণ্ডনৰ ইণ্টাৰনেশ্যনেল ৰিভিউ আলোচনীৰ সম্পাদকৰ সতে হোৱা এক সাক্ষাৎ প্রসঙ্গত কয় যে ছলোকভে নোবেল পুৰস্কাৰ পোৱা বাবে তেওঁ আনন্দিত। লর্ড স্ন'ই কয় যে মোৰ বিশ্বাস যোৱা ত্রিশ বছৰৰ ভিতৰত 'এণ্ড কোৱাইট ফ্লজ দি ডন' নিঃসন্দেহে শ্রেষ্ঠ উপন্যাস।

সম্পূর্ণ নাম তেওঁৰ মিখাইল আলেক্স্যাড্রোভিক ছলোকভ। সৰুৰে পৰা কল্পনাবিলাসী ছলোকভে দহ বছৰ বয়সতে কবিতা লিখে। চৈধ্য বছৰ বয়সত তেওঁ প্রায় একুৰিবো অধিক সুন্দৰ সুন্দৰ গল্প লিখে। 'দি ফেট' নামৰ এটি গল্পত বিদ্রোহী তৰুণ ছকোলভে কৈছে ঃ ভগৱান তোমাৰ সতে এবাৰ মোৰ সাক্ষাৎ হোৱাহেঁতেন কিছু বুজা পৰা কৰি ললোহেঁতেন।' তেতিয়াৰে পৰা ছলোকভৰ লেখাৰ বিৰতি পৰা নাই! সমগ্র ছকোলভৰ ৰচনাতে তেওঁৰ মানৱ দৰদী মনৰ উত্তাপ অনুভৱ কৰা যায়।

ইউক্রেনৰ দিগন্ত প্রসাৰী প্রান্তৰৰ দৰে উদাৰ হৃদয় লৈ ছলোকভে অবাৰিত ভাবে লিখি আহিছে। দেশে দেশে সমাজৰ প্রতিস্তৰৰ মানুহে তেওঁক শ্রদ্ধা নিবেদন কৰিছে। সাধাৰণতে দেখা যায় যে বহু লেখকৰ ভাগ্যত নোবেল বঁটা লাভ কৰাৰ পিচতহে আন্তর্জাতিক নাম স্বৰূপে তেওঁৰ খ্যাতি প্রচাৰ হয়। ছলোকভ কিন্তু ইয়াৰ ব্যতিক্রম। এই পুৰস্কাৰৰ বহু আগৰে পৰা ছলোকভ আন্তর্জাতিক নাম। .অসংখ্য ভাষালৈ অনুদিত হৈছে তেওঁৰ উপন্যাস। মিখাইল ছলোকভ কেতিয়াবাই যে এই সম্মানৰ অধিকাৰী হব লাগিছিল সেই কথা নোবেল কমিটীৰ নিজৰ উক্তিটো প্রতিভাত হৈ আছে।

যি উপন্যাসৰ বাবে ছলোকভৰ ইমান খ্যাতি, ইমান নাম আৰু সর্দো শেষত পৃথিৱীৰ শ্রেষ্ঠ সাহিত্যিক বঁটাৰ বৈজয়ন্তীমালাৰে বিভূষিত



সেই বৃহৎ অসাধাৰণ উপন্যাস 'এণ্ড কোৱাইট ফ্লজ দি ডন'ৰ প্রথমখণ্ড সর্বপ্রথম প্রকাশ হয় ১৯২৮ চনত, ছলোকভৰ বয়স যেতিয়া মাত্র ২৩ বছৰ। কি গভীৰ এক আদর্শ, জীৱনোপলব্ধি আৰু অন্তর্দৃষ্টিৰে এনে তৰুণ বয়সত এনে এক আচৰিত সৃষ্টিৰ সম্ভৱ হ'ল সেয়া আজিও সাহিত্য সমালোচকৰ বাবে গবেষণাৰ বস্তু।

ডন নদীৰ উপকূলৰ কছাকুসকলৰ জীৱন অৱলম্বনত ৰচিত 'ডন চিৰিজ'ৰ চাৰিখণ্ড উপন্যাসতে ছলোকভৰ মৌলিক সৃষ্টি ক্ষমতাৰ সীমাহীন বিস্তৃতি আৰু গভীৰ জীৱনোপলব্ধিৰ ৰস প্রতি ছত্রে ছত্রে বিৰাজমান।

এই উপন্যাসত ডন নৈৰ উপকূলৰ কছাকসকলৰ জীৱনযাত্রাৰ মাজেৰে ছলোকভে সমগ্র মানৱ-ইতিহাসৰ গভীৰ তলৈলৈ প্রৱেশ কৰি মানৱীয় সকলো ভাবানুভূতি, হিংসা, দ্বেষ, স্নেহ-প্রীতি জন্ম-মৃত্যুৰ দিনপঞ্জী অনুধাবন কৰি শেষত বিপ্লৱৰ মাজেদি, সংগ্রামৰ মাজেদি মানুহৰ স্বকীয় সন্মান আৰু আত্মপ্রতিষ্ঠাৰ সপোন ৰূপায়িত কৰি তুলিছে। কছাক সম্প্রদায় সাধাৰণতে খেতিয়ল সৈনিক। ডন, কুবান, তাবেক, আষ্ট্রেখান, উৰিয়েল ওৰেণবার্গ, চাইবেৰিয়া, খেমিৰিচেনাক, ট্রান্সবাই-কালিয়া, আমুৰ আৰু উছুৰি এই এঘাৰটি সম্প্রদায়ৰে গঠিত কছাক সকল নিজৰ প্রতিষ্ঠাৰ বাবে এওলোকৰ সংগ্রাম বৰ মহত্বপূর্ণ। কছাকসকলৰ গাওঁবোৰ. Stamsas বুলি জনাজাত এইবোৰ ১৮শ শতিকালৈ স্বশাসিত আছিল। উনৈশ শ শতিকাৰ দ্বিতীয় ভাগত কছাকসকলে বহু দিশৰ পৰা আক্রমণ সহিবলগীয়া হৈছিল। গতিকেই তেওঁলোক বিদ্রোহী হৈ উঠে। ১৯০৮-২০ৰ গৃহ যুদ্ধত তেওঁলোকে মূৰ তুলি কৰা বিদ্রোহৰ পৰিণতিয়ে আনে কছাকসকলৰ জীৱনযাত্রালৈ আমূল পৰিবর্তন।

কোছাক সম্প্রদায়ক লৈ "দি চাইলেণ্ট ডন" ৰ (১৯২৮-৪০) অন্তর্গত ডন ছিৰিজৰ চাৰিটা খণ্ডই মিখাইল ছলোকভৰ নাম বিশ্ব সাহিত্যত যুগমীয়া কৰি ৰাখে। কছাকসকলক লৈ ৰচিত ছলোকভৰ

আন উপন্যাস হ'ল "চীডচ্ অব টুমৰো" (১৯৩২-৩৩)। ছলোকভৰ আন এখন জনপ্ৰিয় উপন্যাস দুই খণ্ডত সম্পূৰ্ণ 'ভাৰ্জিন চয়েল আপটাৰ্ণড'। এই উপন্যাসত প্ৰথম ডন উপন্যাসত দেখুৱা ৰুছ বিপ্লব আৰু গৃহ যুদ্ধৰ পিচত ৰুছ জনগণৰ জীৱনধাৰাৰ মাজলৈ যৌথ-খেতিৰ যোগেৰে অহা বিৰাট পৰিবৰ্তনৰ কথা ছলোকভে চিহ্নিত কৰিছে। সৰু গাওঁ এখনৰ পটভূমিত উপন্যাসৰ বিষয়বস্তু সীমিত হলেও ছলোকভৰ শক্তিশালী লিখনীয়ে বিদ্ৰোহৰ পিচত অহা বিৰাট সামাজিক পৰিবৰ্তন, সংস্কাৰ, তথা নতুন সামাজিক মূল্যবোধ আৰু স্বীকৃতিক প্ৰকৃত সমাজ সচেতন জীৱন শিল্পীৰ দৰে তেওঁ উপন্যাসত ধৰি ৰাখিছে। এই উপন্যাসৰ শেষৰ বাক্যটি সেইবাবেই তাৎপৰ্যপূৰ্ণ: দি অ'ল্ড ওৱাজ বিগিনিং এনিউ।

ছলোকভৰ লিখাৰ অভ্যাসো আচৰিত ধৰণৰ। তেওঁ লিখে, আকৌ কাটে, আকৌ লিখে, আকৌ কাটে। নতুনকৈ কাটি-মেলি লিখাটো ছলোকভৰ অভ্যাস। লিখা কিবা এটা ছপাবলৈ দি আকৌ ওভোটাই আনি আকৌ লিখিছে এনে উদাহৰণো যথেষ্ট আছে। ১৯৫৮ত কটা-কটি কৰি ছপা হয় ১৯৬০ চনত। কিন্তু আকৌ যে ওভোটাই আনি নিলিখিব সেইটোৱে বা ক'ব কোনে?

ৰুছ সাহিত্যৰ ঐতিহ্যৰ ধাৰা বহন কৰি যিসকলে নবীন চোভিয়েট সাহিত্যৰ বুনিয়াদ গঢ়ি তুলিছে তাৰ মাজত মিখাইল ছলোকভৰ নাম মেক্সিম গোৰ্কীৰ পিচতেই। বিপ্লৱ, ৰাজনীতিৰ সানমিহলি নকৰাকৈ যে ষ্টেলিন যুগত জীয়াই থাকিল, সেয়া সম্ভৱতঃ একমাত্ৰ ছলোকভৰ নিজস্ব প্ৰতিভাৰ দুৰ্বাৰ গতিবেগ আৰু অদমনীয় স্বাধীন মনোবৃত্তিৰ বাবে।

নোবেল পুৰস্কাৰৰ আগতেও ১৯৬০ চনত মিখাইল ছলোকভে পায় লেনিন পুৰস্কাৰ; তাৰো আগতে ১৯৪১ চনত পায় ষ্টেলিন পুৰস্কাৰ।

ছলোকভৰ "...ডন" উপন্যাসখন বোলছবিলৈ ৰূপায়িত কৰা হৈছে। ছলোকভৰ ইয়াৰ বাহিৰেও কেইটিমান কাহিনী লৈও বোলছবিলৈ ৰূপ দিয়া হৈছে। আইভান জাৰজিনস্কিয়ে 'এণ্ড কোৱাইট ফ্ল'জ দি ডন'



আৰু 'ভাৰ্জিন চয়েল আপটাৰ্ণড'ৰ ভিত্তিত কৰা অপেৰা সকলোৱে জানে। দেশে বিদেশে জাৰজিনস্কিৰ এই অপেৰাৰ প্ৰচুৰ সুখ্যাতি।

সন্দেহ নাই, জীৱনৰ এই পৰিপূৰ্ণ বয়সত ছলোকভৰ প্ৰতি নোবেল কমিটিয়ে দিয়া এই সন্মান অতি উচিত আৰু ন্যায্য সন্মান হৈছে; আৰু ছলোকভে নিজেও জানে এতিয়াও তেওঁৰ সৃষ্টি ক্ষমতাৰ অসাধাৰণ প্ৰকাশৰ কথা। বিশ্বৰ সাহিত্যানুৰাগী পাঠক-পাঠিকাই ইয়াতকৈ আৰু কি বেছি আশা কৰিব পাৰে যে ডন নৈৰ অপ্ৰতিহত প্ৰবাহৰ দৰে ছলোকভৰ লিখনী অব্যাহত থাকিব...

আমি জানো ডন আজিও বৈ আছে। বৈ থাকিব। নীৰবে।

# ৰঙৰ যুদ্ধঃ জেমছ্ বল্ডুইন

নিউইয়র্কৰ ব্ৰডওৱে থিয়েটাৰত এখনি গীতি-নাট্যই কেইবামাহো ধৰি প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল। নাটখনিৰ নাম আছিলঃ 'হে মোৰ চৰাই এতিয়াই পাখি বন্ধ নকৰিবা।' সেই গীতিনাট্যত এজন তৰুণ নিগ্ৰোৱে অতীতৰ এক প্ৰৌঢ় নিগ্ৰো নেতাক কৈছেঃ "ওহোঁ আৰু অপেক্ষা কৰিব নোৱাৰি।" প্ৰৌঢ় নিগ্ৰো নেতাঃ "কিন্তু কোনোৱেটো তোমাক কোৱা নাই যে তোমাক স্বাধীনতা দিয়া নহব। দেখিবলৈ পাইছা সংবিধান আমাৰ পক্ষে, বহু শ্বেতাঙ্গ আমাৰ দলত। আৰু অলপ ধৈৰ্য ধৰা।"

নিগ্ৰো তৰুণঃ "কিন্তু কিমানদিন? মোৰ প্ৰপিতামহে মোৰ দেউতাক কৈছিল অলপ ধৈৰ্য ধৰা। ক'লা চৰাইটিয়ে মুক্ত আকাশ পাবই। মোৰ দেউতাই মোক কৈছিল, অলপ ধৈৰ্য ধৰা। কিন্তু মই মোৰ নৱজাত পুত্ৰক এই কথা ক'ব নোৱাৰো। মই তাক কবলৈ বিচাৰোঁ, হে মোৰ ক'লা চৰাই এতিয়াই মুক্ত আকাশত তোমাৰ পাখি মেলি বিচৰণ কৰা।"

উল্লেখিত এই নাটকত, বৰ্ত্তমান আমেৰিকাত দেখা দিয়া মানবতাৰ দোহাই দি, এই সময়ৰ আটাইতকৈ ডাঙৰ সমস্যা নিগ্ৰো আন্দোলনৰ মৰ্মকথাটিয়ে ব্যক্ত হৈছে। এই নাটকতে নহয় নিগ্ৰোসৱৰ এই অন্তৰ্বেদনাৰ কথাই প্ৰকাশ পাইছে ১৯৬২-৬৩ ৰ প্ৰত্যেকটি আন্দোলনত। এতিয়াৰ আন্দোলনৰ সতে অতীতৰ পাৰ্থক্য এয়ে যে এতিয়া নিগ্ৰোসকলে নিজে তেওঁলোকৰ দাবী পূৰণৰ অৰ্থে প্ৰত্যক্ষ আৰু গণ-আন্দোলনৰ ভূমিকাত নামিছে। কিন্তু তাতোকৈ ডাঙৰ কথা ইমানদিনে এই আন্দোলনে কৃষি-নিৰ্ভৰ অৰ্দ্ধ সামন্ততান্ত্ৰিক আমেৰিকাৰ দক্ষিণাঞ্চলৰ নিগ্ৰোবোৰক জাগ্ৰত কৰিব পৰা নাছিল। আজি তেওঁলোকো জাগি উঠিছে।

অৱশ্যে সৌ সিদিনা প্ৰেছিডেণ্ট জনছনৰ দ্বাৰা স্বাক্ষৰিত নিগ্ৰো সকলৰ স্বাধিকাৰ অৰ্জনৰ আন্দোলনৰ সপক্ষে মাৰ্কিন নাগৰিক অধিকাৰ আইনৰ প্ৰৱৰ্তনৰ দ্বাৰা এই আন্দোলনৰ এক নতুন অধ্যায়ৰ সূচনা হৈছে। হলেও, এতিয়াও কব পৰা নৈযায় এই আইনৰ প্ৰভাৱ কিমান সফল হয়। কাৰণ আইন আচল নহয়, আচল হ'ল হৃদয়ৰ পৰিবৰ্তন। কিন্তু সেয়া কিমান দূৰৈত কোনে জানে। অথচ ভাবিলে আচৰিত লাগে নিগ্ৰোসকলৰ স্বাধিকাৰৰ এই সংগ্ৰাম আৰম্ভ হয় বহু আগতে। ১৯০৯ চনত যেতিয়া নিগ্ৰোসকলৰ জাতীয় সংস্থা 'নেছনেল এছোচিয়েশ্যন ফৰ দি এড্‌ভান্সমেণ্ট অব্‌ কালাৰড্‌ পিপল্‌' স্থাপিত হয়। ইমানদিনে এই আন্দোলন পৰিচালিত হৈছিল নিয়মতান্ত্ৰিক পথেদি, কেন্দ্ৰীয় আদালতৰ সাহায্যত। কিন্তু আজি নিগ্ৰোসকলে হঠাতে আবিষ্কাৰ কৰিছে যে নিয়মতান্ত্ৰিক পথেদি খোজ পেলাই তেওঁলোকে যি পাইছে সেয়া অতি সামান্য।

'নিজৰ অধিকাৰ নিজে লম' এই দাবীৰ দ্বাৰা জনতাৰ আগমনৰ লগে লগে হিংসাৰ আশঙ্কাও দেখা নিদিয়া নহয়। দিছে। দেখা দিছে যেনেদৰে ভাৰতবৰ্ষতো ১৯২০-৩০ চনত অথবা ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলনৰ পটভূমিকাত! প্ৰশ্ন উঠিছিলঃ নিগ্ৰোৰ গান্ধী মাৰ্টিন লুথাৰ কিঙৰ এই অহিংস নেতৃত্ব টিকি থাকিব নে নেথাকে? কিন্তু এই প্ৰশ্নৰ চুড়ান্ত মীমাংসা হৈ গৈছে ১৯৬৩ চনৰ এপ্ৰিল মাহত বাৰ্মিংহামত। পোন্ধৰদিন ধৰি কঠোৰ ধৈৰ্যৰ পৰীক্ষাত সহস্ৰ নৰনাৰীক লুথাৰ কিঙে সংযত কৰি ৰাখিছিল যেতিয়া অন্যফালে বাৰ্মিংহামত শ্বেতাঙ্গ পুলিচ কমিছনাৰ, মেয়ৰ আৰু স্থানীয় বাতৰিকাকত সমূহে বিচাৰিছিল যাতে সংঘৰ্ষ লাগি তেজৰ নৈ বৈ যাওক! নিগ্ৰো সত্যাগ্ৰাহীসকলৰ ওপৰত পুলিচৰ এলচেছিয়ান কুকুৰ যেতিয়া জপিয়াই পৰিছিল, তেতিয়াও লুথাৰ

কিঙৰ বাণী ব্যৰ্থ হোৱা নাছিল। এফালে মাত্ৰ কেইজনমান উগ্ৰ নিগ্ৰোযুৱকে ৰেস্তোঁৰা এখনৰ কেইখনমান গ্লাছ ভাঙিছিল আৰু জুই লগাবলৈ অগ্ৰসৰ হৈছিল, কিন্তু তেতিয়াই মাৰ্টিন লুথাৰ কিঙে গান্ধীৰ দৰেই কৈছিল ঃ 'হিংসা নীতিৰে আমাৰ জয় হলে সেয়া পৰাজয়ৰে নামান্তৰ।'

অথচ সাম্প্ৰতিক যুগৰ পটভূমিত আৰু শ্বেতাঙ্গসকলৰ অবিচলিত কঠোৰ মনোভাৱৰ হেতুকে নিগ্ৰোসকলৰ কিছুমানে ৰেভাবেও কিঙৰ গান্ধীবাদী আদৰ্শত আস্থা ৰাখিবলৈ টান পালে, কাৰণ তাৰ গতি বৰ ধীৰ। আৰু নতুন প্ৰৱণতাৰ অন্যতম নেতা হৈছে ৰয় উইলকিন্স। তেওঁ কৈছে ঃ নিগ্ৰোসকল এতিয়া এনে এক অৱস্থাত আহি পৰিছে যে এতিয়া তেওঁলোকে হিংসা আৰু তেজক ভয় নকৰে। নিগ্ৰোসকলে আজি নিজকে প্ৰতিষ্ঠা কৰিবই। ইয়াৰবাবে যদি ৰক্তপাত হয় হওক, ক্ষতি নাই।

নিগ্ৰোসকলৰ এই মুক্তি আন্দোলত সম্প্ৰতি তিনজন ঘাই ব্যক্তিয়ে ইন্ধন আৰু প্ৰেৰণা যোগাইছে। মাৰ্টিন লুথাৰ কিং আছেই। তাৰপিচত উল্লেখিত ৰয় উইলকিন্স। আন এজন হল ইলাইজা মহম্মদ। এওঁ হ'ল 'ব্লেক মুছলিম আন্দোলন'ৰ নেতা। ভালেমান হতাশ নিগ্ৰোই ইতিমধ্যে এই আন্দোলনত যোগ দিছে। এই আন্দোলনৰ নেতা ইলাইজা মহম্মদৰ দাবী, মুছলমান নিগ্ৰোসকলৰ বাবে অন্য ৰাজ্য দিব লাগিব। ঠিক পাকিস্তানৰ জিন্নাৰ দৰে। এটা বাস্তৱিত প্ৰকাশ যে এই আন্দোলন নিগ্ৰো জনসংখ্যাৰ ২৫ শতাংশৰ মাজত প্ৰসাৰিত।

আৰু এজন নেতা আছে।

এওঁ তথাকথিত ৰাজনৈতিক নেতা নহয়। কিন্তু এওঁক ঘেৰিও এক বিৰাট অংশৰ নিগ্ৰো জনসাধাৰণ সমবেত। নাম তেওঁৰ জেমছ বল্ডউইন।

নিগ্ৰোৰ স্বাধীনতা আন্দোলনত জেমছ বল্ডউইনৰ অৱদানৰ তুলনা নহয়। চুটি-চাপৰ এই মানুহজন সাম্প্ৰতিক নিগ্ৰো আন্দোলৰ একমাত্ৰ



অগ্ৰণী হিচাপেই পৰিচিত হয়, তাতোকৈ ডাঙৰ পৰিচয় জেমছ বল্ডউইন এজন শক্তিশালী সমাজ সচেতন বাস্তৱধৰ্মী নিৰ্ভীক নিগ্ৰো লেখক। তেওঁৰ নিজৰ এক অদ্ভুত জীৱন দৰ্শন আছে, যাৰ প্ৰতি গভীৰ বিশ্বাসেৰে বল্ডউইনে বিভিন্ন লিখনীৰে সমাজত তথাকথিত নিষ্পেষিত তেওঁৰ জাতিৰ কৰুণ কথা জনচক্ষুৰ আগত দাঙি ধৰিছে। বৰ্তমান আন্দোলনৰ নেতাসকলৰ কাৰো লগতে তেওঁ মতৰ মিল নাই। গান্ধীবাদী মাৰ্টিন লুথাৰ কিঙৰ মতবাদৰ ওপৰত খুব আস্তা তেওঁৰ নাই। কেতিয়াবা কেতিয়াবা তেওঁৰ ভুল ব্যাখ্যাও তেওঁ কৰে। আনহাতে ক'লা মুছলিমসৱৰ নেতা ইলাইজা মহম্মদৰ সতেও তেওঁ মিলি চলিব নোৱাৰে। গতিকেই কব পাৰি কিং আৰু ইলাইজাৰ মধ্যৱৰ্ত্তী ঠাইত ঠিয় হৈ আছে বল্ডউইন। নিগ্ৰো জাতিৰ মানসিক দ্বন্দৰ বৃদ্ধিজীৱী চিম্বল হ'ল জেমছ বল্ডউইন। নিজে এই বিষয়ে কি বুলি ভাৱে সেয়া তেওঁৰ নিজৰ ভাষাতে শুনক। অলপতে 'Preuves' নামৰ কাকতৰ সহযোগী সম্পাদক ফ্ৰেঙ্কো বণ্ডীৰ সতে পেৰিছত হোৱা এক বিশেষ সাক্ষাৎ প্ৰসঙ্গত জেমছ বল্ডউইনে কয় ঃ I am certainly not a Negro leader. I don't know what you would call it; I suppose you could say it is a kind of calling, but I have never thought of myself as a Negro leader. I think what really happened was an unforeseeable kind of combination of circumstances—what people mean when they say the 'Negro Problem.'

অথচ নিগ্ৰোসকলৰ মাজত কি জনপ্ৰিয় এই বল্ডউইন। ধৰক কোনোবা এখন ৰেস্তোৰাঁত বল্ডউইন সোমাইছে, কোনোবাই কবলৈহে পালে যে 'এয়া বল্ডউইন', চৌদিশে আনন্দৰে জয়ধ্বনি বাগৰি যায়। হয়তো সেই আনন্দোল্লাসত ভাগ লোৱা এজনেও বল্ডউইনৰ কোনো এখন কিতাপকে পঢ়া নাই বা পঢ়িব নেজানে। কিন্তু তাতে কি হ'ল?

এইখিনি তেওঁলোকে জানে যে এইজন তেওঁলোকৰ মানুহ, এইজন মানুহে তেওঁলোকৰ কথাকে পৃথিৱীৰ আগত দাঙি ধৰিছে।

জেমছ বল্ডউইনৰ নতুন কিতাপ 'দি ফায়াৰ নেক্সট্ টাইম'-এ সম্প্রতি সমগ্র পৃথিৱীৰ সাহিত্যক জগতত তোলপাৰ লাগাইছে। বাইবেলৰ প্রতীকী ভাষাৰে এই কিতাপৰ শিৰোণমা। কোনে জানে, কি জুইৰ কথা বল্ডউইনে কব খুজিছে? 'নেক্সট্ টাইমে'ইবা কি এইবোৰ প্রশ্নই সচেতন মানুহ মাত্রকে চিন্তান্বিত কৰি তুলিছে।

সমালোচকৰ মতে নিগ্রো জনসাধাৰণৰ সমস্যা লৈ লিখা কিতাপ, অথচ কি করুণ মর্মস্পর্শী তাৰ বর্ণনা, কি অননুভূত কাব্যিক তাৰ ভাষা, কি মধুৰ চৰিত্রাঙ্কণ ৰীতি। উক্ত কিতাপ পঢ়াৰ সৌভাগ্য এই লেখকৰ হোৱা নাই। কিন্তু বল্ডউইনৰ আন এখন কিতাপ 'Other Country' পঢ়াৰ সুযোগ ঘটিছে। এই উপন্যাসো নিগ্রোৰ জীৱন সংগ্রামৰ এক অনন্য স্বাক্ষৰ। শ্বেতবর্ণ চেতনাৰ পৰিপ্রেক্ষিত নিগ্রো মানসিকতাৰ এই কিতাপ চৰম পৰিচয়। উপন্যাসৰ নায়ক ৰুফুচ এক জীৱন সংগ্রামত ব্যর্থ নিপীড়িত নিগ্রো যৌৱনৰ প্রতিচ্ছবি। এই উপন্যাসখনৰ এক ডাঙৰ বিশেষত্ব হ'ল উপন্যাসৰ প্রথম অধ্যায়তে নায়কে আত্মহত্যা কৰে। মার্কিন নিগ্রোৰ ওচৰত হয়তো আত্মহত্যাই আত্মমর্যদাৰ পথ। দ্বিতীয় অধ্যায়ৰ পৰা কাহিনী হ'ল নায়কৰ ভনীয়েক ঈড আৰু নায়কৰ বন্ধু ভিভাল্ডোৰ ট্রেজিক প্রেম। নায়ক ৰুফুচৰ আত্মহত্যাৰ দৃশ্যটি বর্ণনাৰ তীব্রতাত অতীব সুন্দৰ। উদ্ধৃতি দিওঁ: 'He stood centre of the bridge and it was freezing cold. He raised his eyes to Heaven. He thought, you bastard, you bastard, you bastard. Ain't I your baby, too? He began to cry. He drooped his head as though some one has struck him and looked down at the water. It was cold and the water would be cold. He was black and the water was black.



He lifted himself by his hands on the rail, lifted himself as high as he could, and leaned far out. He felt a shoe fly off behind him, only the wind, all right you……God almighty bastard, I am coming to you.'

নিগ্রোৰ মৃত্যুকালীন ঈশ্বৰবিদ্বেষী এই আর্তনাদ অপূর্ব ভাষাত লিখিছে বল্ডউইনে। নায়কৰ প্রশ্ন: 'মই জানো তোমাৰ সন্তান নহয়?' যিমান মর্মান্তিক, তেনেদৰে বাস্তৱ।

অৱশ্যে এটা কথা ঠিক যে শ্বেতাঙ্গসকলৰ প্রতি বল্ডউইনৰ মনৰ মাজত থকা তীব্র বিদ্বেষে তেওঁক সম্পূর্ণ প্রথম শ্রেণীৰ লেখক হবলৈ যোৱাত ভালেখিনি বাধা দিছে। এই কথা তেওঁৰ ৰচনা পঢ়িলেই উপলব্ধি কৰা যাব। তথাপিও মানুহৰ মর্যাদা আৰু অধিকাৰীৰ দাবীৰ বাবে নিগ্রোসকলে চলোৱা এই সংগ্রামৰ ফল্গুসদৃশ চলনশক্তি যে জেমছ বল্ডউইন, সেইকথা অস্বীকাৰ কৰিব নোৱাৰি। বল্ডউইনৰ কল্পিত 'জুই'ৰ পোহৰে এদিন এই ৰঙৰ যুদ্ধৰ সামৰণি ঘটাই নিশ্চয় পোহৰ দেখুৱাব, যত সকলোৱে সমস্বৰে চিঞৰিব পাৰিব: উই আৰ ইন দি ছেম্ বোট ব্রাদাৰ'। আমি যে সকলোবোৰ একেখন নাওৰে যাত্রী!

# জন এফ্ কেনেডী

দিনটো শুকুৰবাৰ, ১৯৬৩ চনৰ্ ২২ নবেম্বৰ।

মাৰ্কিন যুক্তৰাজ্যৰ টেক্সাছৰ ডালাছ চহৰৰ ধৱল মিহি ৰাজপথেদি আগুৱাই আহিছিল এটি মটৰৰ শোভাযাত্ৰা। প্ৰেছিডেণ্টৰ শোভা-যাত্ৰা। সেই শোভাযাত্ৰাৰ মাজত গাঢ় নীলা ৰঙৰ বিৰাট এখন লিঙ্কন গাড়ীত বহি আহিছিল মাৰ্কিন যুক্তৰাজ্যৰ তৰুণতম প্ৰেছিডেণ্ট জন এফ কেনেডী। তেওঁৰ ওচৰতে বহি আহিছিল তেওঁৰ ৰূপহী স্ত্ৰী জেকুইলিন কেনেডী। দুয়ো হাঁহিছিল, হাঁহি হাঁহি দুয়ো ৰাজপথৰ দুয়োকাষৰ পৰা জনোৱা অগনণ মানুহৰ অভিবাদন গ্ৰহণ কৰিছিল।

কেনেডী সেইদিনা আহিছিল টেক্সাছৰ হৃদয় জয় কৰিবলৈ। তেওঁ জানিছিল যে তেওঁৰ নিগ্ৰো-প্ৰীতিক সেই অঞ্চলটোৱে কোনো দিনেই সহজ ভাৱে ল'ব পৰা নাই। ১৯৬০ চনৰ প্ৰেছিডেণ্ট নিৰ্বাচনতো কেনেড়ীয়ে জয়লাভ কৰিছিল সঁচা, কিন্তু টেক্সাছৰ এক বৃহৎ অংশৰ মৰম তেওঁ তেতিয়াও পোৱা নাছিল ( প্ৰকাশ যে অকল ডালাছ চহৰতে প্ৰেছিডেণ্ট নিৰ্বাচনী অভিযানত ডেমোক্ৰেট প্ৰাৰ্থী কেনেডীয়ে ভোট পায় মাত্ৰ ৮৮,৮৭৬ টা, আনহাতে ৰিপাব্লিকান প্ৰাৰ্থী নিক্সনে পায় ১,৪৯,৩৬৯ টা ভোট! ) তথাপিও কেনেডী আহিছিল, আহিছিল টেক্সাছৰ হৃদয় জয় কৰিবলৈ, আহিছিল ভালপোৱাৰ নতুন মন্ত্ৰ শিকাবলৈ ডেমোক্ৰেট দলক অধিক শক্তিশালী কৰি তুলিবলৈ।

অথচ ভালপোৱাৰ কথা ক'বলৈ নৌ পাওঁতেই গৰজি উঠিছিল আততায়াৰ ৰাইফল। এটি দুটিকৈ তিনিটি গুলীৰ শব্দ। গুলী লাগিছিল প্ৰেছিডেণ্ট কেনেডীৰ মূৰত। গুলী লাগিছিল টেক্সাছৰ গৱৰ্ণৰ কনেলীৰ বুকুত। তেজেৰে ভাহি গৈছিল কেনেডীৰ মুখঃ দুহাতেৰে বুকুত চেপি ধৰি সমুখৰ ফালে ৰক্তাক্ত মুখেৰে ঢলি পৰিছিল। কাষতে বহি থকা স্ত্ৰী জেকুইলিনে প্ৰথমতে একো বুজা নাছিল; তাৰপিচত ৰক্তাপ্লুত স্বামীৰ অৱশ দেহটো নিজৰ কোলালৈ টানি লৈ করুণ স্বৰত চিঞৰি উঠিছিল ঃ 'Oh No!'

ড্ৰাইভাৰে সকলো বুজি গাড়ী ৰখোৱা নাছিল। চিক্ৰেট ছাৰ্ভিছৰ মানুহবোৰেও পলকতে বুজি উঠি গাড়ী ৰখাবলৈ দিয়া নাছিল। গাড়ী আগবাঢ়িছিল পাৰ্কলেণ্ড হাস্পতালৰ ফালে। ঘটনাস্থলীৰ পৰা পাৰ্কলেণ্ড হাস্পতাললৈ প্ৰেছিডেণ্টৰ গাড়ী গৈ পাবলৈ যদিও পাঁচ মিনিট সময়ৰ বেছি লগা নাছিল; কিন্তু সেই পাঁচ মিনিটতে প্ৰেছিডেণ্টৰ অৱস্থাৰ আৰু অৱনতি ঘটিছিল। উশাহ-নিশাহ সহজ কৰিবলৈ তেওঁৰ শ্বাসনলীত অস্ত্ৰোপচাৰ কৰা হয়, তেজ দিয়া হ'ল, অক্সিজেন যন্ত্ৰও ব্যৱহাৰ কৰা হ'ল…কিন্তু; লাভ একো নহল। আহত হোৱাৰ পিচত মাত্ৰ পঁচিশ মিনিট জীয়াই আছিল তেওঁ। গুলী লগাৰ লগে লগে তেওঁ অচেতন হৈ পৰিছিল, সেই চেতনা আৰু উভতি নাহিল।… হোৱাইট হাউছৰ সহকাৰী প্ৰেছ ছেক্ৰেটাৰীয়ে হাস্পতালৰ বাৰান্দাত ঠিয় হৈ ঘোষণা কৰিলে ঃ 'দি প্ৰেছিডেণ্ট ইজ ডেড্।

মৃত্যু শয্যাৰ ওচৰত ঠিয় হৈ আছিল জেকুইলিন। তেওঁৰ পিন্ধা সাজ-পাৰ তেতিয়াও মৃত স্বামীৰ তেজেৰে ৰাঙলী। কান্দি কান্দি আগবাঢ়ি গ'ল মৃতদেহৰ ফালে, স্বামীৰ মতদেহৰ ওচৰত হালি পৰি তেওঁৰ নিস্প্ৰাণ ওঁঠ দুটিৰ ওপৰত নিজৰ ওঁঠ থলে। বিয়াৰ আঙুঠিটো নিজে খুলি লৈ স্বামীৰ হাতত পিন্ধাই দিলে।

এনেকৈয়ে শেষ হৈ গৈছিল এটি মহৎ জীৱন, নাম যাৰ জন ফিট্জেৰাল্ড কেনেডী, চমুকৈ জন এফ কেনেডী বা আৰু চমুকৈ জেক্। এই তৰুণ ৰাষ্ট্ৰনায়কজনাৰ অকাল মৃত্যুত সমগ্ৰ পৃথিৱী ব্যাপী যি এক অভাৱনীয় আলোড়ন উঠিছিল আৰু বিশ্ববাসীক শোকে জৰ্জৰিত কৰি তুলিছিল, ইমানদিনৰ পিচতো সেই দিনটোৰ কথা ভাবিলে অজান এক

উত্তেজনাত অভিভূত হোৱা যায়। কিন্তু কিয় ? কিয় এই সমবেদনা ? কিয় এই জনপ্ৰিয়তা ? সেই কথাৰ বিচাৰ কৰিবলৈকে হয়তো আমি লুটিয়াই চাব লাগিব জন এফ কেনেডীৰ জীৱনপঞ্জী। কেনেডীৰ জীৱন আৰু কাৰ্যই হয়তো দেখুৱাব কি আত্মপ্ৰত্যয় আৰু ব্যক্তিত্বৰ বাবে তেওঁ বিশ্বনায়কৰ আসনত অধিষ্ঠিত হৈছিল।

মনকৰিবলগীয়া কথা যে বিংশ শতাব্দীৰ আমেৰিকাত মাত্ৰ তিনিজন ডেমোক্ৰেট প্ৰেছিডেণ্ট নিৰ্বাচিত হৈছিল জেক কেনেডীৰ আগতে। উড্ৰো উইলছন, ফ্ৰেংকলিন ৰুজভেল্ট আৰু হেৰী ট্ৰুমেন। এই তিনিওজন ৰাষ্ট্ৰপতিয়ে মাৰ্কিন যুক্তৰাজ্যক মহাযুদ্ধৰ মাজলৈ লৈ গৈছিল। তাৰ-পিচত নিৰ্বাচিত হৈছিল কেনেডী—বিংশ শতাব্দীৰ চতুৰ্থ ডেমোক্ৰেট প্ৰেছিডেণ্ট। কেনেডী যেতিয়া নিৰ্বাচিত হয়, তেতিয়া পৃথিৱীৰ চাৰিওফালে বাৰুদ জমা হৈ আছিল। কেৱল কঙ্গো, বাৰ্লিন, কিউবা, তিব্বত, আলজেৰিয়া বা ফৰমোছাই নহয়, পৃথিৱীৰ যি কোনো ঠাইত যি কোনো মুহূৰ্ত্তত দাবানলৰ দৰে সেই বাৰুদ জ্বলি উঠিব পাৰে। শীতল যুদ্ধৰ আঁৰে আঁৰে স্তূপে স্তূপে এটম বোমা, হাইড্ৰোজেন বোমা তৈয়াৰ হৈছে, ৰকেটবোৰ সঙ্কেতৰ অপেক্ষাত স্তব্ধ হৈ ৰৈ আছে। তেনেসময়তে নিৰ্বাচিত হৈছিল কেনেডী। সমগ্ৰ বিশ্বৰ মানৱজাতিয়ে চিন্তা কৰিছিল: কেনেডীয়ে পৃথিৱীক কি দিব ? মহাশ্মশানৰ শান্তি নে পাৰস্পৰিক সৌহাৰ্দৰ সম্প্ৰীতি ? ১৯৬৩ চনৰ বাইশ নৱেম্বৰৰ আগলৈকে জন এফ্ কেনেডীয়ে যিখিনি কৰি থৈ গৈছে সেয়াই এই কথাৰ সুন্দৰকৈ উত্তৰ দিব।

অথচ ভাবিলে আচৰিত লাগে ককায়েকৰ অকাল মৃত্যু নোহোৱা-হেঁতেন কেনেডীক ৰাজনীতি মঞ্চত দেখাই নগলহেঁতেন! সাংবাদিকতা আৰু সাহিত্যৰ প্ৰতিয়ে তেওঁৰ আগ্ৰহ আছিল বেছি। সৰু কালতে খোৱাৰ টেবুলত মাক-বাপেক, ভায়েক-ভনীয়েক আটাইবোৰে বহি ৰাজনীতিৰ তৰ্ক আৰম্ভ কৰি দিছিল, সেই তৰ্কত ককায়েক জো আছিল অসামান্য। ৰাজনীতি, ইতিহাসৰ জ্ঞান, প্ৰত্যুৎপন্নমতিত্ব আৰু



সাহসত জো আছিল অনন্য। সকলোৱে জানিছিল জো এদিন নিশ্চয় মাৰ্কিন যুক্তৰাজ্যৰ প্ৰেছিডেণ্ট হব। কিন্তু মহাযুদ্ধ আৰু ককায়েকৰ মৃত্যুয়ে অভাৱনীয়ভাবে বিশ্বৰ ৰাজনীতি মঞ্চত কেনেডীক আনি পেলাই দিলে, কিন্তু সেই কথা পিচত হব।

জন কেনেডীৰ দেউতাক জোছেক পেট্ৰিক কেনেডী, ব্যক্তিত্বসম্পন্ন মানুহ। দেৰশ বছৰ আগতে আয়াৰলেণ্ডৰ পৰা দুটি পৰিয়াল আহে বোষ্টন চহৰলৈ। কেনেডী আৰু ফিট্‌জেৰল্ড। ব্যৱসায়ত প্ৰচুৰ টকা কৰিছিল কেনেডীৰ দেউতাকে, হলেও ৰাজনীতিৰ পৰা আতৰি থাকিব নোৱাৰিছিল। ৰুজভেল্ট তেওঁক বৃটেইনলৈ মাৰ্কিন ৰাষ্ট্ৰদূত কৰি পঠিয়াইছিল। জন সেই পিতৃৰে নটি ল'ৰা-ছোৱালীৰ এটি,—দ্বিতীয়। জন কেনেডীৰ জন্ম তাৰিখ ২৯শে মে, ১৯১৭ চন।

আগতে কৈছো, কেনেডী পৰিয়ালৰ টকাৰ অভাৱ নাছিল কোনোদিন। সাবালক হোৱাৰ লগে লগে তেওঁৰ প্ৰতিটো সন্তানক চল্লিশ লাখ টকাৰ সম্পত্তি দিছে জোছেফ কেনেডীয়ে। নহয়, মাত্ৰ জীয়াই থাকিবৰ বাবে সন্তানৰ জীৱন সংগ্ৰাম নিবিচাৰিছিল। তেওঁ সন্তানক কৈছিল: 'তোমালোকৰ বাবে সকলোধৰণৰ সুযোগ মই কৰি দিছোঁ, কিন্তু সুযোগ গ্ৰহণ কৰাৰ দায়িত্ব তোমালোকৰ। তোমালোকৰ জীৱন সাৰ্থক কৰি তোলাৰ দায়িত্ব একান্ত তোমালোকৰ।'

এনে পিতৃৰ সন্তান কেনেডী। বোষ্টন স্কুলৰ পঢ়া শেষ হোৱাৰ লগে লগে কেনেডীক দেউতাকে পঠিয়াই দিয়ে বিখ্যাত লণ্ডন স্কুল অব্ ইকনমিক্সলৈ। কেনেডীৰ জীৱনত এই বিদ্যালয়টি, বিশেষকৈ বিখ্যাত ৰাজনৈতিক তাত্ত্বিক অধ্যাপক লাস্কিৰ প্ৰভাৱ অসামান্য। ইয়াত অধ্যয়নকালতে তেওঁ আধুনিক পৃথিৱীৰ জটিলতাৰ পৰিপ্ৰেক্ষিতত নিজস্ব মতামত গঢ়ি তোলে। কেইবছৰমান পিচতে হাভাৰ্ড বিশ্ববিদ্যালয়ৰ পৰা স্নাতক হৈ ওলোৱা সময়ৰে পৰা কেনেডী, 'নিউ ফ্ৰন্টিয়াৰ্ছমেন'!

বিশ্ববিদ্যালয়ৰ এই কৃশকায় তৰুণ আৰু মেধাৱী ছাত্ৰজনেই খেল পথাৰ আৰু সাতোঁৰাত আপোন দলৰ গৰ্ব আছিল। ১৯৪১ চনত

তেওঁ স্বেচ্ছাই নৌ-বাহিনীত যোগ দিয়ে। দুবছৰ পিচত ১৯৪৩ চনত তৰুণ লেফটেনেণ্ট কেনেডীয়ে যেতিয়া পি-টি বোটৰ অধিনায়কত্ব কৰিছিল, তেতিয়া ছলোমন দ্বীপৰ ওচৰত হঠাৎ দুখন জাপানী ডেষ্ট্ৰয়াৰে তেওঁক আক্ৰমণ কৰে। কেনেডীয়ে পিঠিত গুৰুতৰ আঘাত পায়। তথাপিও নদিন ধৰি তেওঁ দহজন আহত সৈনিকৰ দায়িত্ব লৈ বেপৰোৱা-ভাবে যেনেকৈ নিৰাপদ স্থানলৈ আহে, সেয়া ব্যক্তিগত বীৰত্ব আৰু সাহসিকতাৰ এক উজ্জ্বল নিদৰ্শন। নৌ-বিভাগে ভাবিছিল—কেনেডী নিহত হৈছে। আৰু সেই মৰ্মে এখনি টেলিগ্ৰামো চৰকাৰীভাবে কেনেডীৰ পিতৃলৈ পঠিওৱা হৈছিল! কিন্তু মৰা নাছিল কেনেডী, উভতি আহিছিল বীৰৰ দৰে।

ইয়াৰ পিচত যুদ্ধক্ষেত্ৰৰ পৰা উভতি অহা সৈনিকে সাংবাদিকতাত মনোনিবেশ কৰে। বিখ্যাত তিনিখন কিতাপৰ (‘হোৱাই ইংলেণ্ড শ্লেপ্ট্’, ‘প্ৰোফাইলছ ইন কাৰেজ’ আৰু ‘ষ্ট্ৰেটেজী অব্ পীচ’) লেখক কেনেডী ছাত্ৰ জীৱনৰ পৰাই কলমৰ বলত অসাধাৰণ। প্ৰথম কিতাপখনেই তেওঁ ছাত্ৰাৱস্থাত লিখা। কিতাপৰ প্ৰতিপাদ্য বিষয় হল ঃ ‘ইংলণ্ডৰ যুদ্ধ প্ৰস্তুতিহীনতাৰ কাৰণ কি ?’ হাভাৰ্ড বিশ্ববিদ্যালয়ৰ থিচিচ হিচাবে এই গ্ৰন্থ তেওঁ লিখে ঃ ‘প্ৰোফাইলছ ইন কাৰেজ’ নামে লিখিত গ্ৰন্থৰ বাবে তেওঁ যুক্তৰাজ্যৰ শ্ৰেষ্ঠ সাহিত্য পুৰস্কাৰ পুলিৎজাৰ প্ৰাইজ লাভ কৰে। সাংবাদিক হিচাপে কেনেডীৰ কৰ্মজীৱন আৰম্ভ হয় চিকাগোৰ ‘হেৰাল্ড আমেৰিকান’ কাকতৰ ৰিপৰ্টাৰ হিচাপে। শেষ হয় এটি সংবাদ সৰবৰাহ প্ৰতিষ্ঠানৰ সতে।

কিন্তু এনেতে অভাৱনীয় ঘটনা কিছুমান ঘটে কেনেডী পৰিয়ালত। মহাযুদ্ধৰ বাৰুদৰ গোন্ধে যেতিয়া মাৰ্কিন যুক্তৰাজ্যৰ মানুহক ছুই গৈছিল, তেতিয়া এটা এটাকৈ দুৰ্ভাগ্যৰ ক’লা মেঘ নামি আহিছিল কেনেডী পৰিয়াললৈ। প্ৰশান্ত মহাসাগৰত উল্লিখিত পি-টি বোটৰ ভিতৰত আঘাত পোৱা জেক কেনেডীৰ হস্পিটালত চিকিৎসা চলি আছিল, এনেতে সংবাদ আহিল যে ডাঙৰ ল’ৰা জো কেনেডীৰ ইংলণ্ডৰ সমুদ্ৰতীৰত



মৃত্যু হৈছে। ছুটিত ঘৰলৈ যোৱাৰ সময়ত আদেশ হ’ল বোমা বোজাই এখন বিমানৰ চালক হব লাগিব জো কেনেডী। বিমানখনে আকাশত উৰি এখন নাজী-টু শত্ৰুবিমানৰ পিচ লয়। কিন্তু চৰম বিপদৰ সময়ত পেৰাচুটৰে নামি আহিবলৈ লওঁতে বিমানখন বিস্ফোৰিত হৈ যায়। জো কেনেডীৰ দেহ শতধাবিচ্ছিন্ন হৈ ছিটিকি পৰে মাটিৰ বুকত। জো’ৰ মৃত্যু সংবাদ পোৱাৰ তিনি সপ্তাহ পিচত খবৰ আহে ভনীয়েক কেথলীনৰ স্বামী মাৰ্কুইছ অব্ হাৰ্টিংটনৰ নৰ্মাণ্ডিৰ ৰণক্ষেত্ৰত মৃত্যু হৈছে। বিয়াৰ এমাহ পিচত মাৰ্কুইছ গৈছিল ৰণক্ষেত্ৰলৈ! সেই যোৱাৰ পৰা উভতি আৰু নাহিল।

ককায়েকৰ মৃত্যুৰ পিচত জন কেনেডীয়ে লাহে লাহে ৰাজনীতিত প্ৰবেশ কৰে। কেনেডীয়ে কৈছিল ঃ ‘ককাইদেউ নমৰাহেঁতেন মই কেতিয়াও ৰাজনীতিত নেনামিলোহেঁতেন। মই যদি মৰি যাওঁ, মোৰ সৰু ভাই বব্ আহিব! বব্ৰ যদি কিবা হব তেন্তে টেড আহিব। আমাৰ পৰিয়ালৰ কোনোবা নহয় কোনোবা এজনে সকলো সময়তে ৰাজনীতিত অংশ ল’বই।’

১৯৪৬ চনত মাছাচুছেটৰ পৰা হাউছ অব্ ৰিপ্ৰেজেণ্টেটিভৰ সদস্য হিচাপে কেনেডী ৰাজনীতিত নামি পৰে। দুবছৰ উক্ত পদত থকাৰ পিচত কেনেডী ১৯৫২ চনত ছিনেটৰ পদপ্ৰাৰ্থী হয়। তেওঁৰ বিৰুদ্ধে আছিল ৰিপাব্লিকান প্ৰাৰ্থী হেনৰী কেবট ল’জ। তেওঁ বিখ্যাত ৰাজনীতিক পৰিয়ালৰ সন্তান। কিন্তু তথাপি কেনেডীৰ জয় হল। পিচৰ বছৰতে কেনেডী জেকুইলিন বোঁভাৰ স’তে বিবাহ বান্ধোনত সোমায়। ১৯৫৬ চনত কেনেডী ডেমোক্ৰেট প্ৰাৰ্থী হিচাপে ঠিয় হয়; কিন্তু মনোনয়ন নেপালে। ছিনেটৰ কেফাভৰ লগত সামান্য তাৰতম্যৰ বাবে তেওঁ পৰাজিত হয়! ১৯৫৮ চনত কেনেডী আকৌ ছিনেটলৈ আহে আৰু তাৰ দুবছৰ পিচত লছ এঞ্জেলছ কনভেন্সনেত ডেমক্ৰেটিক দলে তেওঁক প্ৰেছিডেণ্ট পদপ্ৰাৰ্থী হিচাপে গ্ৰহণ কৰে। সন্মিলনত তেওঁৰ প্ৰতিদ্বন্দী প্ৰাৰ্থী আছিল বৰ্ত্তমানৰ প্ৰেছিডেণ্ট লিণ্ডন জনছন।

নিৰ্বাচনত তেওঁৰ বিৰুদ্ধে ৰিপাব্লিকান প্ৰাৰ্থী আছিল তেতিয়াৰ ভাইছ প্ৰেছিডেণ্ট নিক্সন। এনেয়ে বয়সত কম, তাতেই আকৌ ধৰ্মত ৰোমান কেথোলিক ( যুক্তৰাষ্ট্ৰত ৰোমান কেথোলিকৰ সংখ্যা শতকৰা আঠত্ৰিশ ) ; গতিকেই বহুতেই ভাবিছিল কেনেডীৰ পৰাজয় সুনিশ্চিত। এনেধৰণে ভাবি লোৱাৰ অৱশ্যে অন্য কাৰণো আছে।

কেনেডী আৰু নিক্সন দুয়োজনৰে ব্যক্তিত্ব সম্পূৰ্ণ বেলেগ। ৰিচাৰ্ড নিক্সন আৰু তেওঁৰ পত্নী প্যাট নিক্সন আমেৰিকাৰ বিখ্যাত দম্পতী। খবৰৰ কাগজত সদায় তেওঁলোকৰ ছবি ছপা হয়, বিশ্বৰ ৰাষ্ট্ৰনায়ক সকলৰ লগত তেওঁৰ প্ৰত্যক্ষ যোগাযোগ। সেই তুলনাত কেনেডী ৰাজনীতিত একেবাৰে নবাগত। নিক্সন ঠাণ্ডা মানুহ, উত্তেজিত নহয়, অসংযত ব্যৱহাৰ নকৰে, আন কথাত চতুৰ ডিপ্লোমেট। কিন্তু কেনেডীৰ মাজত যৌৱনৰ চঞ্চলতা বিৰাজমান। নিৰ্বাচনী সভালৈ নিক্সন যায় ওঁঠত মিঠা হাঁহি লৈ। বহুত সময় বক্তৃতা দিয়ে, সুন্দৰ সুন্দৰ গল্প কয়। টেক্সাছৰ এখন সভাত গৈ নিক্সনে কলেঃ 'ইয়াৰ পলা ৰাইটাছ নামৰ এজনী ছোৱালীয়ে মোলৈ চিঠি এখন লিখিছে তেওঁক হেনো এটা এলবাম লাগে। এলবামটো মই আনিছোঁ। কিন্তু এলবামটো দিম এটা চৰ্তত। এই উপহাৰটো দিয়া বাবেই যদি তেওঁৰ মাক বাপেকে মোক ভোট দিয়ে, মই তেতিয়া বেয়া পাম। সভাত জানো পলা উপস্থিত আছা, এবাৰ মুখ ফুটাই কোৱা তোমাৰ মা-দেউতাৰ ইচ্ছা কি?

পলা উপস্থিত আছিল। হাঁহি মুখে তাই আগবাঢ়ি আহিল। তাইৰ সতে আলিঙ্গন কৰিলে প্যাট নিক্সনে। সভাত গুণগুণনি উঠিল। ব্যক্তিগত উষ্ণতাৰ স্পৰ্শ লাগিল সকলোৰে মনত। হৰ্ষধ্বনি আৰু হাত চাপৰিৰে সভাস্থল বজনজনাই গ'ল।

কিন্তু কেনেডী সম্পূৰ্ণ বেলেগ। তেওঁৰ মুখতো হাঁহি আছে, কিন্তু সেই হাঁহি ডিপ্লোমেটৰ নহয়—কৰ্মীৰ। সভাৰ মঞ্চত তেওঁ যিকণ সময় বহি থাকিব, বাৰে বাৰে হাতেৰে মূৰৰ চুলি ঠিক কৰিব, আঙুলিৰ





এইটোৱে টেক্সাছ স্কুল বুক ডিপোজিটৰী য'ৰ পৰা অছৱাল্ডে কেনেডীক গুলী কৰে। ইংৰাজী 'বি' চিহ্নিত খিৰিকীয়েদি অছৱাল্ডে গুলী এৰে



কেনেডীৰ হত্যাকাৰী কোন? এই অনুসন্ধানৰ বাবে পাতি দিয়া চৰকাৰী ৱাৰেণ কমিচনৰ সভ্যবৃন্দ। বাওঁহাতে একেবাৰে মূৰত কমিটিৰ মুখ্য সদস্য আৰ্ল ৱাৰেণ



কেনেডীঃ ডালাচৰ গৱৰ্ণৰৰ পত্নীৰ লগত মৃত্যুৰ কিছু সময় আগতে গ্ৰহণ কৰা কেনেডীৰ এইখনেই শেষ ছবি

আগেয়ে নেকটাইডাল মেকুৱাব আৰু বাওঁ ভৰিৰে মাজে মাজে তাল দি থাকিব। যেতিয়া বক্তৃতাৰ বাবে আমন্ত্ৰণ আহে, পাঁচ মিনিটৰ ভিতৰত শেষ কৰে তেওঁৰ বক্তব্য। প্ৰতিটো কথা শাণিত তীক্ষ্ণ, প্ৰতিটো বাক্য দ্ৰুতগতি তীৰৰ দৰে মৰ্মভেদী। নিক্সনৰ পিচত আছিল সৰ্বজনপ্ৰিয় আইছেনহাৱাৰৰ আশ্ৰয়, সম্পূৰ্ণ ৰিপাব্লিকান দলৰ সানন্দ সন্মতি। তাৰোপৰি ৰাষ্ট্ৰনায়ক হিচাবে দীৰ্ঘকালৰ অভিজ্ঞতা। কেনেডীৰ সেই সৌভাগ্য নাছিল। ট্ৰুমেন-ষ্টিভেনছন-হাম্‌ফ্ৰে প্ৰভৃতি ডেমোক্ৰেট দলপতি সকল তেওঁৰ ওচৰত সক্ৰিয় ভাবে আহি ঠিয় হোৱা নাছিল। বাধা আছিল আৰু বহু। বয়সত সৰু, ধৰ্মত ৰোমান কেথোলিক, ৰাষ্ট্ৰ পৰিচালনাৰ অভিজ্ঞতাত একেবাৰে নিঃস্ব।

কিন্তু জন এফ্‌ কেনেডীয়ে এইবাৰো আসাধ্য সাধন কৰিলে। ১৯৬০ চনৰ ৮ নবেম্বৰত মাৰ্কিন জাতিয়ে সগৰ্বে ৰায় দিলে কেনেডীয়ে আমাৰ ৩৫ তম প্ৰেছিডেণ্ট। কেনেডীৰ বয়স তেতিয়া মাত্ৰ ৩৪ বছৰ। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেছিডেণ্টৰ দীৰ্ঘ তালিকাত তেৱেঁ কনিষ্ঠতম।

তাৰ পিচৰ ইতিহাস সকলোৱে জানে। তৰুণ ৰাষ্ট্ৰনায়ক কেনেডী মাথোন অন্যতম শ্ৰেষ্ঠ মাৰ্কিন ৰাষ্ট্ৰপতিয়ে নহয় আজি তেওঁ এই যুগৰ এজন ঐতিহাসিক পুৰুষ। আইছেনহাৱাৰৰ সুদীৰ্ঘ আঠবছৰৰ শাসনৰ পিচত এই সাহসী প্ৰেছিডেণ্টে যে মাথোন হোৱাইট হাউছৰে পৰিবৰ্তন আনিছিল এনে নহয় —পৰিবৰ্তন আনিছিল সমগ্ৰ পৃথিৱীতে। স্বদেশত তেওঁ যি বিশেষ পৰিবৰ্তনৰ সূচনা কৰিছিল, তাৰ ভিতৰত অন্যতম কৰ-হ্ৰাস সংক্ৰান্ত প্ৰস্তাৱ, আমেৰিকাৰ অনুন্নত এলেকাবোৰত আৰ্থিক সাহায্য দান সংক্ৰান্ত ব্যৱস্থা, ব্যাপক হাৰত গৃহ নিৰ্মাণ পৰিকল্পনা আৰু দেহ-বৰ্ণ নিৰ্বিশেষে সকলো মাৰ্কিন নাগৰিক সমানাধিকাৰ আদায়। শেষোক্তটি ৰাজনৈতিক জীৱনত কেনেডীৰ বৃহত্তম, মহত্তম সংকল্প —যি উদ্দেশ্যত যাওঁতেই তিনিটি গুলী দেহত সাবটি এই তৰুণ ৰাষ্ট্ৰনায়ক ৱাশ্বিংটনৰ সমাধিক্ষেত্ৰত শুই পৰিবলগীয়া হ'ল!

আন্তৰ্জাতিক ক্ষেত্ৰত কেনেডী সদায় 'নিউ ফ্ৰণ্টিয়াৰ্চ মেন'। তেওঁ

বাৰ্লিনত উত্তেজনা হ্ৰাস কৰাৰ পক্ষপাতী আছিল, লাওছক তেওঁ নিৰপেক্ষ ৰাষ্ট্ৰ হিচাপে জীয়াই ৰাখিব খুজিছিল। দক্ষিণ ভিয়েটনামত ডিয়েমৰ অগণতান্ত্ৰিক আৰু বৌদ্ধ নিগ্ৰহৰ নীতিৰ বিৰুদ্ধে আছিল। প্ৰবল সমালোচনাৰ মাজতো কেনেডীয়ে যেনেদৰে কিউবাৰ গন্দগোলত চৰকাৰী দায়িত্ব হেলা কৰা নাছিল, তেনেদৰে যিদিনা কিউবা মাৰ্কিন যুক্তৰাজ্যৰ বাবে প্ৰত্যক্ষ সমস্যা হৈ দেখা দিয়ে—সাহসী প্ৰেছিডেণ্ট সেইদিনাও স্ব-কৰ্ত্তব্যৰ পৰা বিচলিত হোৱা নাছিল। তেওঁৰ কিউবা অৱৰোধ আৰু তেওঁৰ দাবী অনুযায়ী কিউবাৰ পৰা ছোভিয়েট ৰকেট অপসাৰণ এই যুগৰ ৰাজনীতিত এক অত্যুজ্জ্বল ঘটনা। মাথোন কিউবাই নহয়, প্ৰেছিডেণ্ট কেনেডীৰ শাসনকালে যেনেদৰে বাৰ্লিনৰ দেৱাল উঠা দেখিছে, তেনেদৰে কছিয়াতো বৰফ গলা দেখিছে। হোৱাইট হাউছ আৰু ক্ৰেমলীনৰ মাজত প্ৰত্যক্ষ যোগাযোগ ব্যৱস্থা, বিখ্যাত 'হট লাইন' ব্যৱস্থা, কেনেডীৰে কীৰ্ত্তি। আৰু আছে বহুতো।

আন্তৰ্জাতিক ক্ষেত্ৰত সহযোগিতাত বিশ্বাসী জন এফ. কেনেডীৰ ওচৰত এছিয়া আফ্ৰিকাৰ অগ্ৰসৰমান দেশসমূহৰ ঋণো কম নহয়। বিশেষকৈ ভাৰত তেওঁৰ আন্তৰিকতা আৰু উদ্যমৰ ওচৰত চিৰকাল ঋণী হৈ থাকিব। দুবছৰ আগৰ চীনা আক্ৰমণৰ পিচ মুহূৰ্ত্ততে বিনা চৰ্ত্তত প্ৰথম যিজনে সামৰিক সাহায্য লৈ ভাৰতৰ ওচৰত ঠিয় হৈছিল, সেইজন হ'ল প্ৰেছিডেণ্ট কেনেডী। তেৱেঁ সেইদিনা তেওঁৰ বিশেষ দূত হিচাপে হেৰীমেনক ভাৰতলৈ পঠিয়াইছিল। পিচৰ মাৰ্কিন সাহায্যৰ প্ৰতিশ্ৰুতিও তেওঁৰেই প্ৰেৰণা। ভাৰতৰ উন্নয়ন পৰিকল্পনাত অকাতৰ আৰ্থিক সাহায্যদানৰ পৰা আৰম্ভ কৰি ভাৰতত ৰাষ্ট্ৰদূত নিয়োগ সকলোতে তেওঁৰ ব্যক্তিগত উদ্যম আজি প্ৰবাদ বাক্যত পৰিণত হৈছে। ১৯৬১ চনৰ নবেম্বৰ মাহত ৱাশ্বিংটনত প্ৰধানমন্ত্ৰী শ্ৰীনেহৰুক সম্বৰ্দ্ধনা জনাবলৈ গৈ কেনেডীয়ে কৈছিল ঃ মাৰ্কিন দেশ আজি যি আদৰ্শৰ প্ৰতিভূ, আপুনি আৰু আপোনাৰ দেশ ভাৰতবৰ্ষ সেই আদৰ্শৰ জীৱন্ত ইতিহাস। মই আপোনাক সশ্ৰদ্ধ অন্তৰেৰে স্বাগতম জনাওঁ।' ভাৰতৰ



ৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণনক সম্বৰ্দ্ধনা জনাবলৈ গৈ কেনেডীয়ে কৈছিল ঃ 'আমি হয়তো সকলো সময়তে ঘটনাক নিয়ন্ত্ৰণ কৰিব নোৱাৰোঁ, কিন্তু নিজৰ আদৰ্শক নিশ্চয় ৰক্ষা কৰিব পাৰোঁ।'

জন এফ কেনেডীৰ জীৱন এই আদৰ্শ ৰক্ষাৰে এক অক্ষয় কাহিনী। যি কাহিনীৰ শেষ কেতিয়াও নহয়, হব নোৱাৰে যিমানদিনলৈ পৃথিৱীত শুভ বুদ্ধি আৰু সজ চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ মানুহক মানুহৰ দৰে ভাবি লোৱাৰ চেতনা বিদ্যমান হৈ থাকে। কাৰণ যেনে মানুহে নিজৰ বাবে নেভাবে, সৰ্ব মানবৰ কল্যাণ কামনাত উৎসৰ্গ তেনে জীৱনে নিজে মাথোন কান্দি যায়, আনক হঁহুৱায়।

১৯৬৩ চনৰ ২২ নবেম্বৰৰ দিনা মৃত প্ৰেছিডেণ্ট কেনেডীৰ দেহবাহী বিমানখন এণ্ড্ৰুজ এয়াৰফৰ্ছ বেছ আহি পোৱাৰ আধঘণ্টা আগতে হোৱাইট হাউছৰ খটখটী ভাঙি নামি আহিছিল ছবছৰীয়া ছোৱালী কেৰোলীন আৰু তিনিবছৰীয়া ল'ৰা জন জুনিয়ৰ। শিশু দুটিয়ে তেতিয়াও নেজানিছিল যে তেওঁলোকৰ স্নেহময় দেউতাক ইহজগতৰ নাই। যেতিয়া দেউতকৰ মৃতদেহৰ সমুখত দুয়োটি পবিত্ৰ শিশু ঠিয় হৈছিল, তেতিয়া তিনিবছৰীয়া জন জুনিয়ৰে মাকক সুধিছিল ঃ দেউতাই কিয় কথা নকয়?'

কান্দি থকা মাকৰ মুখলৈ চাই একো নুবুজি ক্ৰন্দনৰতা বায়েক কেৰোলীনৰ মুখলৈ চাই অকণমানি জন জুনিয়ৰে সেইদিন কান্দি দিছিল। এনেদৰেই একশ্ৰেণীৰ মানুহে আনৰ মুখত হাঁহি ফুটাবলৈ গৈ নিজে মাথোন কান্দি যায়, নিজৰ বাবে মাথোন কান্দোন দি থৈ যায়। আনৰ বাবে দি যায় হাঁহি, সুনিৰ্মল, স্নিগ্ধ হাঁহি! তেনে হাঁহিৰ সফুৰা মেলি দিছিল জন এফ্ কেনেডীয়ে সমগ্ৰ বিশ্বৰ মানুহৰ সমুখত।

# অছৱাল্ডেই কেনেডীৰ হত্যাকাৰী

॥ ৰাৱেণ কমিছনৰ ৰিপৰ্ট ॥

এই শতিকাৰ অভাৱনীয় অপৰাধ এটিৰ কথা ডালাছ চহৰৰ পুলিচ ফাইলত এনেদৰে কৰ্কশ ভাষাত লিপিৱদ্ধ কৰা আছে ঃ "...Name of Person Killed : KENNEDY, John F. (PRESIDENT OF U. S.)...Offence as Reported (Crime) : MURDER". দুদিনৰ বাবে এনে ভাব হৈছিল যেন এই অপৰাধৰ কথা হয়তো আৰু বহু অপৰাধৰ বিৱৰণীৰ দৰেই সময়ৰ আচোঁৰত হেৰাই যাব। অপৰাধ হ'ল মাৰ্কিন যুক্তৰাজ্যৰ প্ৰেছিডেণ্ট জন এফ কেনেডীক হত্যা কৰা, অপৰাধী হ'ল বিভ্ৰান্ত এক তৰুণ যুৱক নাম যাৰ লি হাৰ্ভে অছৱাল্ড। অপৰাধী ধৰা পৰে, অপৰাধীৰ বিৰুদ্ধে প্ৰমাণো এটি-দুটিকৈ গোট খায়। কিন্তু প্ৰেছিডেণ্ট কেনেডীৰ ডালাছৰ পাৰ্কলেণ্ড হস্পিটালত মৃত্যু হোৱাৰ আঠচল্লিশ ঘণ্টাৰ পিচতে ডালাছ পুলিচ হেড্‌কোৱাৰ্টৰৰ সমুখত মৃত্যু হয় অপৰাধী অছৱাল্ডৰ! এইবাৰৰ এই মৃত্যুত কোনো ৰহস্য নাছিল। বহু সৈন্য, বাতৰিকাকতৰ সংবাদদাতা, ফটোগ্ৰাফাৰ, আৰু আমেৰিকা তথা আমেৰিকাৰ বাহিৰৰ কৌতুহলী জনতাই টেলিভিচনত চাই থকা মাজতে দেখা-দেখিকৈ অছৱাল্ডক হত্যা কৰে এজন নাইট ক্লাব অপাৰেটৰে, নাম যাৰ জেক ৰুবী! সন্দেহ নাই, ৰুবীৰ গুলিৰ



আঘাতত প্ৰাণবায়ু উৰি যোৱা অছৱাল্ডৰ মৃত্যুত মাৰ্কিন যুক্তৰাজ্যৰ তৰুণ নায়ক জন এফ কেনেডীৰ হত্যাকাণ্ডৰ ৰহস্য হৈ পৰে আৰু গভীৰ, আৰু ব্যাপক।

লগে লগে প্ৰশ্ন উঠে অছৱাল্ডেই কেনেডীৰ প্ৰকৃত হত্যাকাৰী হয় জানো? যদি হয়, কিয় এই হত্যা? কি তেওঁৰ লাভ, কি তেওঁৰ উদ্দেশ্য? ৰুবী আকৌ কোন? ৰুবীয়ে বা অছৱাল্ডক কিয় মাৰিলে? কেনেডী হত্যাৰ আঁৰত মাথোন অছৱাল্ডৰেই হাত আছে নে আন আৰু কোনোবা আছে? ৰাজনৈতিক স্বাৰ্থ অথবা অন্য দেশৰ কোনো দুৰভিসন্ধিমূলক স্পৃহা নাইতো? জেক ৰুবী অছৱাল্ডৰ দলৰ মানুহ নেকি? সেইবাবেই অছৱাল্ডক হত্যা কৰেনে? ইত্যাদি। এইবোৰ প্ৰশ্নই মাথোন যে মাৰ্কিন চৰকাৰকে বিব্ৰত কৰিছিল এনে নহয়, সভ্য জগতৰ প্ৰতিখন দেশ আৰু জনসাধাৰণেই সচেতন হৈছিল এই অভাৱনীয় নিষ্ঠুৰ হত্যাকাণ্ডৰ কলঙ্কময় অপযশৰ বাবে। ডালাছৰ পুলিচ ফাইলত থকা সেই অপৰাধ তেতিয়া আৰু উলাই কৰিব পৰা অৱস্থাত নাছিল। হত্যাৰ প্ৰকৃত কাৰণ আৰু প্ৰকৃত অপৰাধীক উলিয়াবই লাগিব। কিন্তু কোনে কৰিব সেই অনুসন্ধান?

পোন প্ৰথমতে প্ৰেছিডেণ্ট জনছনে ফেডেৰেল ব্যুৰ' অব ইনভেষ্টিগেশনক (এফ. বি. আই) এই হত্যাৰ অনুসন্ধান কৰিবলৈ নিৰ্দ্দেশ দিছিল। পিচত আকৌ কংগ্ৰেছনেল কমিটী আৰু টেক্সাছৰ ষ্টেট কৰ্টে অনুসন্ধানত আগ্ৰহ প্ৰকাশ কৰাত এসপ্তাহৰ ভিতৰত জনছনে সাতজনীয়া এটি বিশেষ কমিটী পাতি দিয়ে। এই কমিটীৰ অনুসন্ধান কমিটীৰ মুখ্য নেতা নিৰ্বাচিত হয় চীফ জাষ্টিছ আৰ্ল ৰাৱেণ। প্ৰেছিডেণ্টে নিৰ্দ্দেশ দিয়ে...কমিটীয়ে অনুসন্ধানত কি পায় জনাবলৈ আৰু পৰিণতি টানি সেই কথা আমেৰিকাবাসী আৰু বহিৰ্জগতকো জনাবলৈ।

আল ৰাৱেণক মুখ্য কৰি এই সাতজনীয়া অনুসন্ধান কমিটীৰ

বিবৃতি অলপতে প্ৰকাশ পাইছে ( অক্টোবৰ, ১৯৬৪ ) ৩০০,০০০ শব্দৰ ৮৮৮ পৃষ্ঠাৰ এই বিৰাট বিবৃতিৰ শেষ কথা হ'ল : Lacking the testimony of Lee Harvey Oswald it has been necessary to reconstruct painstakingly all of the facts that led the Commission to the conclusion that Oswald assassianated President Kennedy, acting alone without advice or assistance..." কাৰো উপদেশ বা সাহায্য নোলোৱাকৈ অকলে অছৱাল্ডেই কেনেডীক হত্যা কৰে।

ৱাৰেণ কমিছনৰ এই অনুসন্ধান কাৰ্য বৰ কঠিন আছিল। বাইশ নবেম্বৰৰ গোটেইটো ঘটনা, প্ৰতিটো কথা আকৌ নতুনকৈ প্ৰমাণ কৰিবলৈ সজাই উলিওৱাৰ উপৰিও কমিছনৰ সবাতোকৈ কঠিন কাম আছিল ডালাছত কি ঘটিছিল সেইটো প্ৰমাণ কৰাতকৈও—কি নঘটিলহেঁতেন সেইটো প্ৰতিষ্ঠা কৰাটোহে। কাৰণ ইতিমধ্যে বহু ভুল সংবাদ, গুজব আৰু স্বইচ্ছাৰে পৰিচালিত কিছুমান ব্যক্তিৰ নিজস্ব অদ্ভূত যুক্তি সম্বলিত কিতাপ আদি ৰচনাৰে জনসাধাৰণৰ মনত এনে কিছুমান ভাব সুমুৱাই দিছিল যে কমিছনে সেইবোৰৰ প্ৰতিটো দিশ পুঙ্খানুপুঙ্খৰূপে বিচাৰ কৰি যুক্তিসহ ঘটনাটো প্ৰতিষ্ঠা কৰিব লগীয়া হৈছিল। তাৰোপৰি নীৰবে ৱাৰেণ কমিছনে যিমানেই এই অনুসন্ধান চলাই গৈছিল সিমানেই জনসাধাৰণৰ মাজত সন্দেহ, আৰু দকৈ সোমাই পৰিছিল। কমিছনে অমানুষিক পৰিশ্ৰমেৰে আমেৰিকাৰ প্ৰয়োজনীয় প্ৰতিখন ঠাইৰ, আৰু দেশৰ সকলো ঠাইৰ ভিতৰ সোমাই ঘটনা সংগ্ৰহ কৰাৰ উপৰিও অছৱাল্ডৰ চিনাকি প্ৰায়ভাগ মানুহ তথা অছৱাল্ড থকা হোটেল, বাছত যোৱা সহযাত্ৰী পৰ্যন্তৰ পৰা তথ্য সংগ্ৰহ কৰিছিল। অছৱাল্ডৰ সতে সম্পৰ্ক থকা বুলি সন্দেহ থকা দেশ কিউবা ৰুছিয়া, মেক্সিকো আদিতো সন্ধান চলোৱা হৈছিল। তাৰোপৰি কমিছনক সহায় কৰিছিল এফ-বি-আই, ছিক্ৰেট, ছাৰ্ভিছ, মিলিটেৰী ইন্টেলিজেন্স, ইন্টাৰনেল ৰেভিনিউ ছাৰ্ভিছ ( এই



বিভাগৰ তিনিজনে অক্লান্ত পৰিশ্ৰমেৰে ৰুছিয়াৰ পৰা আহি আমেৰিকাত থকা কালত আছৱাল্ডৰ আয় আৰু ব্যয়ৰ প্ৰায় প্ৰতিটো পাইৰে হিচাপ উলিয়াইছিল )। এফ্-বি আইয়ে ২৫ হেজাৰ ইন্টাৰভিউ লৈ ২,৩০০ ৰিপৰ্ট দিছিল, ছিক্ৰেট ছাৰ্ভিছে ১,৫৫০ ইন্টাৰভিউ লৈ ৮০০ ৰিপৰ্ট দিছিল। আনহাতে কমিচনে নিজে ৫৫২ জন সাক্ষীৰ পৰা তথ্য সংগ্ৰহ কৰে। ৱাৰেণ কমিচনৰ এই বিবৃতিত প্ৰতিটো ঘটনা, প্ৰতিটো কাৰ্য্যৰ বহল বিৱৰণী আৰু তাৰ সুন্দৰ যুক্তিপূৰ্ণ ব্যাখ্যাৰ উপৰিও সম্ভাব্য সন্দেহ আৰু গুজব সমূহৰো যথাযথ যুক্তি দাঙি ধৰা হৈছে। অৱশ্যে কমিছনৰ এই বিবৃতিয়ে কিমানদূৰ পূৰ্বৰ সন্দেহ দূৰীকৰণত সহায় কৰে তাৰ ফলে পাবলৈ এতিয়াও বাকী, হলেও সন্দেহ নাই যে ৱাৰেণ কমিছনৰ এই অনুসন্ধান এই শতিকাৰ বিৰাট শোকাবহ ঘটনা এটিক যুক্তি আৰু ঘটনাৰ ভিত্তিত বিচাৰ কৰাৰ এক অত্যন্ত সাধু প্ৰচেষ্টা।

ৱাৰেণ কমিছনৰ মতে লি হাৰ্ভে অছৱাল্ডেই কেনেডীৰ হত্যাকাৰী। কমিছনে এই সত্যৰ সপক্ষে বহু প্ৰমাণ দিছে। মন কৰিবলগীয়া কথা যে ২২ নবেম্বৰ দিনা অছৱাল্ডক যেতিয়া পুলিচে গ্ৰেপ্তাৰ কৰে তেতিয়া তেওঁৰ বিৰুদ্ধে কেনেডী হত্যাৰ অভিযোগ নাছিল, অভিযোগ আছিল পুলিচমেন টিপিট-হত্যাৰ। কমিছাৰ মতে অছৱাল্ডক কেনেডীক হত্যা কৰাৰ অভিযোগত অভিযুক্ত কৰা হয় পিচদিনাহে।

কমিছনৰ মতে যিটো বন্দুকেৰে অছৱাল্ডে কেনেডীক হত্যা কৰে সেইটি হল ইটালীয়াণ মেড্ ৬.৫ মিলিমিটাৰ মডেলৰ ৯১/৩৮ মান্‌লীচাৰ কাৰকানো ৰাইফল। ৰাইফলটোৰ লগত শক্তিশালী টেলিস্কোপ সংযুক্ত আছিল। এই ৰাইফলটো ডালাছৰ টেক্সাছ স্কুল বুক ডিপোজিটাৰীৰ ষষ্ঠ মহলাত পোৱা গৈছিল। ৰাইফলটোৰ গাত পোৱা হাতৰ ছাপ অছৱাল্ডৰ। তাৰোপৰি ৰাইফলটোৰ গাত গাঢ় নীলা, ধোৱাঁবৰণীয়া, ক'লা আৰু কমলাৰঙৰ কাপোৰৰ আঁহ পোৱা গৈছে যিবোৰ সেইদিনা অছৱাল্ডে পিন্ধা কাপোৰৰ পৰা অহা বুলি প্ৰমাণিত হৈছে।

এই ৰাইফলটো অছৱাল্ডে সংগ্ৰহ কৰে কেনেকৈ? কমিছনে

অনুসন্ধান কৰি উলিয়াইছে যে এই ৰাইফলটো ১৯৬৩ চনৰ ১২ মাৰ্চত অছৱাল্ডে 'এ হিডে্ল' এই গুপ্তনামত চিকাগোৰ এখন ফাৰ্মৰ পৰা আমেৰিকাৰ পোষ্টেল মনি-অৰ্ডাৰৰ বিনিময়ত ডাক যোগে অনায়। পোষ্টেল মনি-অৰ্ডাৰ নম্বৰ ২,২০২, ১৩০, ৪৬২ কুপনত 'এ হিডে্ল'ৰ যিটো চহী পোৱা গৈছে সেই চহীও অছৱাল্ডেই দিছে বুলি প্ৰমাণিত হৈছে। এ হিডে্ল এই গুপ্তনামাঙ্কিত ছিলেকটিভ্ ছাৰ্ভিছ কাৰ্ড এখনো তেওঁৰ বয়বস্তুৰ লগত পোৱা গৈছিল যদিও তাৰ লগতে সংযুক্ত ফটোখন কিন্তু অছৱাল্ডৰ। 'হিডেল' এই মিছা নামটো অছৱাল্ডে নিজে বাছি লৈছিল, কাৰণ তেওঁৰ বিধবা ঘৈণীয়েকে ভাবে যে 'হিডেল'ৰ স'তে 'ফিডে্ল'ৰ কিউবাৰ প্ৰেছিডেণ্ট ফিডেল ক্ৰেষ্টো) ছন্দোৱদ্ধ মিল আছে! হিডেল নামেৰেই অছৱাল্ডে 'নিউ অৰ্লিয়েন্স ছেপ্টাৰ অব্ দি ফেয়াৰ প্লে ফৰ কিউবা কমিটী' নামৰ এটি তেওঁৰ নিজৰে সৃষ্টি অনুষ্ঠানৰ সভাপতি। এই মিছা অনুষ্ঠানটোৰ একমাত্ৰ অছৱাল্ডেই সদস্য বুলি প্ৰমাণিত হৈছে!

কমিছনে বিবৃতিত প্ৰকাশ কৰিছে যে কেনেডীক ডালাছৰ টেক্সাছ স্কুল বুক ডিপোজিটৰীৰ ষষ্ঠ মহলাৰ শেষ খিৰিকী এখনৰ মাজৰ পৰা গুলী কৰা হয়। এই স্কুল বুক ডিপোজিটৰীত অছৱাল্ডে চাকৰি লোৱাৰ বেছি দিন হোৱা নাছিল। চাকৰিহীন হৈ যেতিয়া সন্তান-সম্ভৱা ঘৈণীয়েকক লৈ অছৱাল্ড টেক্সাছলৈ আহি নিঠকুৱা হৈ পৰে, তেতিয়া তেওঁৰ ঘৈণীয়েক মেৰিনাই ডালাছৰ কিছুদূৰৈত আৰভিঙৰ থকা তেওঁৰ এগৰাকী বান্ধৱী মিছেছ ৰুথ পেইনৰ লগত থাকিবলৈ লয়। স্বেচ্ছাই গিৰিয়েকৰ লগত নেথাকিবলৈ সিদ্ধান্ত কৰিয়ে মেৰিনা আৰভিঙত মিছেছ পেইনৰ লগত আছিল। এই শ্ৰীমতী পেইনৰ সহায়তে অক্টোবৰত অছৱাল্ডে ডালাছৰ টেক্সাছ স্কুল বুক ডিপোজিটৰীত চাকৰী এটা পায়। শ্ৰীমতী পেইনৰ ঘৰত থকা চাৰি দিন পিচত মেৰিনাৰ কন্যা সন্তান এটিৰ জন্ম হয়। অছৱাল্ডে নিজে থাকে ডালাছত আৰু সাধাৰণতে শুকুৰবাৰে আৰভিঙলৈ গৈ ঘৈণীয়েকক দেখা কৰে। কিন্তু ২১ নবেম্বৰৰ ৰাতিয়ে তেওঁৰ সহযোগী বুয়েল ওৱেছলে ফ্ৰিজাৰক



অছৱাল্ডে কয় যে তেওঁ আৰভিঙলৈ ৰাতিয়ে যাব খোজে। ফ্ৰিজাৰে আচৰিত হৈ সুধিছিল কিয় তেও শুকুৰবাৰে নগৈ বৃহস্পতিবাৰেই যাব খুজিছে? অছৱাল্ডে উত্তৰ দিছেল: 'মই কিছুমান পৰ্দাৰ তাঁৰ লৈ ঘৰলৈ যাব লাগে।' সেই ৰাতিয়ে ব্ৰাউন কাগজেৰে মেৰুওৱা টোপোলা এটা লৈ অছৱাল্ড আৰভিং পায়, তাতেই শ্ৰীমতী পেইনৰ গেৰেজত টোপোলাটো লুকুৱাই থয়। আৰু ২২ নবেম্বৰ ৰাতিপুৱা আকৌ ডালাছলৈ ফ্ৰেজাৰৰ গাড়ীতে সেই টোপোলা লৈ আহি কোনোৱে নেদেখালৈ স্কুল বুক ডিপোজিটৰীৰ ওপৰলৈ উঠি যায়। ২২ নবেম্বৰৰ ৰাতিপুৱা ফ্ৰেজাৰৰ গাড়ীত যাওঁতে ফ্ৰেজাৰে লক্ষ্য কৰিছিল যে অছৱাল্ডে গাড়ীৰ পিচৰ ছিট্‌ত সেই ব্ৰাউন কাজৰ টোপোলাটো লৈছে। ফ্ৰেজাৰে সুধিছিল: What's the package Lee? অছৱাল্ডে উত্তৰ দিছিল: Certain Rod."

৩৮ ইঞ্চি দীঘল ব্ৰাউন পেপাৰ বেগটো পিচত স্কুল বুক ডিপোজিটৰীৰ ষষ্ঠ মহলাত খিৰিকীৰ কাষত পোৱা গৈছিল। বেগটোৰ হাতৰ চাপ অছৱাল্ডৰ, বেগৰ কাগজবোৰো ডিপোজিটৰীত ব্যৱহাৰ কৰা কাগজ বুলি প্ৰমাণিত হৈছে।

অছৱাল্ডেই যে সেই সময়ৰ ডিপোজিটৰীৰ ষষ্ঠ ফ্লোৰত আছিল তাৰো বহু প্ৰমাণ কমিছনে পাইছে। আগতে কতো প্ৰকাশ নোপোৱা কেনেডী হত্যাৰ প্ৰত্যক্ষদৰ্শী এজনকো কমিছনে পাইছে। নাম তেওঁৰ হাৱাৰ্ড এল ব্ৰেন্নান, ষ্টীম-ফিটাৰ। বয়স তেওঁৰ ৪৫। স্কুল বুক ডিপোজিটেৰীৰৰ বিপৰীত ফাল দেৱাল এখনত উঠি প্ৰেছিডেণ্টৰ শোভাযাত্ৰা চাই থকা ব্ৰেন্নানে দেখিছিল যে এজন মানুহে ষষ্ঠ ফ্লোৰৰ খিৰিকীৰ কাষলৈ কেইবাবাৰো আহি আহি আঁতৰি গৈছিল। প্ৰথম গুলীৰ শব্দটো শুনাৰ পিচতে তেওঁ ওৰলৈ চাই সেইজন মানুহকে শেষ গুলীটো মৰাও দেখিছিল। পিচত পুলিচ লাইন আপত থকা অসংখ্য মানুহৰ মাজৰ পৰা ব্ৰেননানে গুলী কৰা দেখা যিজন মানুহক আঙুলিয়াই দিছিল সেইজন অছৱাল্ড হয়। কিন্তু ব্ৰেননানৰ চিনাক্তকৰণৰ

হেৰ-ফেৰ হোৱা কাৰণে তেওঁৰ কথা কমিছনে গ্ৰহণ কৰা নাই। কমিছনে আৰু কেইবাজনো সাক্ষীৰ পৰা অৱশ্যে এই উত্তৰ পাইছে যে গুলী কৰাৰ পিচতে ওপৰলৈ চকু দি তেওঁলোকে ৰাইফল এটা দেখিছিল! কমিছনে এইটোও বিবৃত্তিত দেখুৱাইছে যে অন্য আৰু কোনো দিশৰ পৰা এই গুলী কৰা হোৱা নাছিল। সৰ্বমুঠ তিনিটা গুলী কৰা হয়। তাৰে দুটা গুলীয়ে আঘাত কৰে, কিন্তু তৃতীয় গুলীটো সম্পৰ্কে কমিছনে কৈছে যে :...The third shot may have entirely missed and hit the turf or street by Triple underpass. কমিছনে বিবৃতিত এইটোৱে কৈছে যে বহু প্ৰমাণ আৰু পৰীক্ষাৰ দ্বাৰা এইটো সিদ্ধান্তলৈ অহা যায় যে এটা গুলায়ে কেনেডীক ভেদ কৰি টেক্সাছৰ গবৰ্ণৰ কনেলীকো আঘাত কৰে।

গুলী কৰাৰ পিচতেই প্ৰেছিডেণ্টৰ শোভাযাত্ৰাৰ ভালেখিনি পিচত থকা মটৰচাইকেল—পেট্ৰোলমেন মেৰিয়ন বেকাৰে সেই শব্দ শুনিছিল। শব্দ শুনিয়ে বেকাৰে গম পাইছিল যে এই শব্দ বৰ শক্তিশালী ৰাইফলৰ শব্দ। লগে লগে ওপৰলৈ চাই বেকাৰে দেখিছিল যে এজাক পাৰ চৰাই স্কুল বুক ডিপোজিটৰীৰ বিভিন্ন অংশৰ পৰা উৰি ফুৰিছে। মটৰচাইকেলেৰে গৈ বেকাৰ সেইখিনিত নামি পৰিল, বিভিন্ন দৰ্শকৰ মাজেদি বাট উলিয়াই স্কুল বুক ডিপোজিটৰীৰ বিল্ডিঙৰ ওপৰ উঠিব খোজোতেই ডিপজিটৰীৰ ছুপাৰিণ্টেণ্ডেণ্ট ৰয় ট্ৰলিক তেওঁ লগ পায়। দুয়ো ওপৰলৈ উঠি যায়। দুয়োখন লিফ্‌ট ওপৰত থকাত দুয়ো খটখটি বগাই ওপৰলৈ উঠে। তেতিয়া হত্যাকাণ্ড হৈ যোৱাৰ দুই মিনিটো পাৰ হৈ যোৱা নাছিল।

দুয়ো গৈ দ্বিতীয় মহলা পাওতে পেট্ৰোলমেন বেকাৰে আয়নাৰ খিড়িকীৰ মাজেদি কোনোবা এজনক দেখা যেন পালে। বন্দুক হাতত লৈ বেকাৰ খিৰিকীৰ ওচৰলৈ দৌৰি গৈ দেখিলে মানুহজনে লাঞ্চৰুমেদি পাৰ হৈ গৈছে। মানুহজনৰ হাতত একো নাছিল। বেকাৰে চিঞৰি ৰ'বলৈ আদেশ দিয়াত মানুহজন বৈ গৈছিল।



ইফালে ট্ৰলি বেকাৰতকৈ আগবাঢ়ি গৈ তৃতীয় মহলা পাই বেকাৰক নেদেখি আকৌ তললৈ উভতি আহো বেকাৰে ট্ৰলিক সোধে, তেওঁ এই মানুহজনক জানে নে নাজানে? ট্ৰলিয়ে কলে যে, তেওঁ মানুহজনক জানে। মানুহজনে সেইটো বিল্ডিঙতে কাম কৰে। তেতিয়া দুয়ো আকৌ ওপৰলৈ উঠি যায়। কমিছনে প্ৰকাশ কৰে যে পেট্ৰোলমেন বেকাৰে লগ পোৱা উক্ত মানুহজনো আছিল লি হাৰ্ভে অছৱাল্ড! তাৰ পিচতো অছৱাল্ডক আৰু কেইবাজনেও লগ পায়। কমিছনৰ মতে অছৱাল্ডে গুলী কৰে ১২-৩০ মিনিটত; আৰু তিনি মিনিটৰ ভিতৰত অৰ্থাৎ ১২-৩৩ মিনিটমানত অছৱাল্ডে বুক ডিপোজিটৰী বিল্ডিং এৰি যায়। তেতিয়ালৈকে "the building had not yet been sealed off by the police." পুলিচে ঘৰটো তেতিয়াও অৱৰোধ কৰা নাছিৰ। স্কুল বুক ডিপোজিটৰী পৰা ওলাই অছৱাল্ডে ১২-৪০ বজা মানত বাজত উঠে। বাছত আকৌ অছৱাল্ডক চিনি পোৱা এগৰাকী মাইকীমানুহ আছিল। নাম তেওঁৰ মেৰী ব্লেডশ্ব'। ব্লেডশ্বৰ মতে তেওঁ অছৱাল্ডক বৰ অশান্ত দেখিছিল...তেওঁৰ কাপোৰবোৰ অসংযত আছিল আৰু অছৱাল্ডৰ কামিজটোৰ এটা অংশত তেওঁ ফুটা এটা দেখিছিল। অছৱাল্ডক যেতিয়া টেক্সাছ থিয়েটাৰত গ্ৰেপ্তাৰ কৰা হয়, তেতিয়া তেওঁৰ কামিজৰ এটা অংশত ফুটা এটা পোৱা গৈছিল। স্কুল বুক ডিপোজিটৰীৰ পৰা অছৱাল্ড এবাৰ ঘৰলৈ আহে, তিনি-চাৰি মিনিটমান মাত্ৰ থাকে। জেকেট এটা পিন্ধি ওলাই যায়। আৰু সেইবাৰতে তেওঁ বাটত পুলিচমেন টিপিটক হত্যা কৰে। পেটন এভিনিউৰে গৈ থাকোতে পুলিচমেন টিপিটে গাড়ী ৰখাই তেওঁক মাতিছিল। গাড়ীৰ ওচৰ চাপি অছৱাল্ডে কথাও পাতিছিল। তাৰ পিচত টিপিটে অছৱাল্ডক গাড়ীত উঠিবলৈ নিৰ্দেশ দিছিল, নিৰ্দেশ নমনাত টিপিট নিজে নামি গাড়ীৰ আগফালেদি ঘূৰি তেওঁৰ ওচৰ চপাৰ লগে চাৰি জাঁই গুলী একেবাৰতে এৰে অছৱাল্ডে। টিপিটৰ তাতে মৃত্যু হয়। তাৰপিচত অছৱাল্ড যায় টেক্সাছ থিয়েটালৈ। তাতেই

পেট্ৰোলমেন মেকডনেল্ড তেওঁৰ দেহ অনুসন্ধান কৰে। পুলিচমেন মেকডনেল্ডকো বাওঁহাতেৰে চকুৰ ওচৰত এটা ঘোচা মাৰে আৰু সোঁহাতেৰে কঁকালৰ পৰা পিস্তল এটা উলিয়াব খোজোতেই মেকডনেল্ডে তেওঁক সজোৰে ধৰি পেলায়।

তাৰ পিচৰ কথা সৰ্বজনবিদিত। ২৪ নবেম্বৰ দেওবাৰে লি হাৰ্ভে অছৱাল্ডক ডালাছ চিটি জেলৰ পৰা কাউন্টি জেললৈ সলনি কৰাৰ সময়ত প্ৰায় ৭০ জনে পুলিচৰ মাজত থকা অছৱাল্ডক জেক ৰুবীয়ে হত্যা কৰে। কমিছনৰ মতে জেক ৰুবীয়ে উক্ত হত্যাকাণ্ড সংঘটিত কৰাৰ তিনি বা চাৰি মিনিট আগতে ডালাছ চিটি জেলৰ প্ৰাঙ্গনত প্ৰৱেশ কৰে। কমিছনে এইকথাও বিবৃতিত কয় যে অছৱাল্ডৰ লগত ৰুবীৰ কোনো সম্পৰ্ক নাছিল।

কিন্তু অছৱাল্ডেই বা কেনেডীক কিয় হত্যা কৰিলে? কমিছনৰ সুদীৰ্ঘ বিবৃতিত লি হাৰ্ভে অছৱাল্ডৰ চৰিত্ৰৰ সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণ আছে যিবোৰে প্ৰমাণ কৰে যে অছৱাল্ড মানুহজনৰ জীৱনটোৱে আছিল ... 'Characterized by isolation, frustration and faliure.' জীৱনৰ কোনো দিশতে তেওঁ শান্তি পোৱা নাছিল, একোৱে তেওঁক মনত জোৰ দিব নোৱাৰিছিল। তেওঁ হেনো নিজে কৈছিল: মই বন্ধু-বান্ধৱ ভাল নেপাওঁ, মই অকলেই থাকিবলৈ বিচাৰোঁ। মই সকলোকে বেয়া পাওঁ! তেৰ বছৰ বয়সৰ ভিতৰত অছৱাল্ডে অতি কমেও তেৰখন ঘৰ সাল-সলনি কৰিছিল। চাৰিখন চহৰত থাকিবলৈ লৈছিল, অতি কমেও বিভিন্ন ছখন স্কুলত পঢ়িছিল। অছৱাল্ডৰ জন্মৰ আগতে বাপেক মৰিছিল, গতিকেই মাকৰ মৰমতে তেওঁ ডাঙৰ দীঘল হৈছিল। কিন্তু মাককো তেওঁ বিশ্বাস কৰিব নোৱাৰিছিল। কাৰোবাক মাৰি পেলোৱাৰ হেপাহ অছৱাল্ডৰ মনত বহু দিনৰ পৰা শিপাই আছিল, এবাৰ তেওঁ হেনো কৈছিল যে তেওঁ প্ৰেছিডেণ্ট আইছেনহাৱাৰক মাৰিব খোজে, কাৰণ আইছেনহাৱৰে বনুৱা শ্ৰেণীটোক নিষ্পেষণ কৰিছে! যোল বছৰ বয়সত মাকৰ চহী নকল কৰি স্কুলৰ পৰা পলাই গৈছিল। ৰুছিয়াত থাকোতে ভাল পাই বিয়া কৰোৱা ৰূপহী মেৰিনায়ো তেওঁ সতে শান্তি নেপাইছিল। মৃত্যুৰ পিচতো মেৰিনাই কৈছিল: তেওঁযে ক'ত শান্তি পালেহেঁতেন মই নেজানো।'

বিভিন্ন ঠাইত বিশেষকৈ ৰুছিয়া আৰু মেক্সিকোত বহুদিন কটাই অছৱাল্ড আকৌ আমেৰিকালৈ আহে। এইবাৰ ইচ্ছা কৰে তেওঁ কিউবালৈ যাবলৈ। কমিছনৰ বিবৃতি মতে কিউবাই আছিল: 'লাষ্ট লেণ্ড অব্ পেষ্টাৰ জন—হিজ ফাইনেল হোপ ফৰ্ পেৰাডাইজ জ্যাষ্ট এক্ৰছ দি হৰাইজন।' সেই চেষ্টাও যেতিয়া ব্যৰ্থ হয়, অছৱাল্ড হৈ পৰে বিভ্ৰান্ত। ইয়াৰ পিচত আৰম্ভ হয় চঞ্চল এক জীৱন যাত্ৰা। কি যে তেওঁ ভাবিছিল তেওঁ নিজেহে জানে। তাৰ পিচত তেওঁ কেনেকৈ ঘৈণীয়েকৰ বান্ধৱীৰ সহায়ত স্কুল বুক ডিপোজিটৰীত চাকৰি পায় সেয়া উল্লেখ কৰা হৈছে।

উল্লেখযোগ্য কথা যে মেৰিনা অছৱাল্ড যেতিয়া তেওঁৰ বান্ধৱীৰ শ্ৰীমতী পেইনৰ ঘৰত আছিল তেতিয়া এফ-বি-আইয়ে অছৱাল্ড সম্পৰ্কে অহি বহুবাৰ প্ৰশ্ন কৰিছিল। দুসপ্তাহ পিচত মেৰিনাৰ সতে তেওঁৰ বিৰাট কাজিয়াও হয়। এই কথাৰ ভিত্তিত যেতিয়া মেৰিনাই গম পালে যে আকৌ গিৰিয়েকে এটা মিছা নামত ডালাছত থাকিবলৈ লৈছে। মেৰিনাই তেতিয়াই গিৰিয়েকক সুধিছিল: তোমাৰ এই মুখামিবোৰ কেতিয়া শেষ হ'ব?

শেষ তেতিয়া হোৱা নাছিল। আৰম্ভহে হৈছিল।

কাৰণ তাৰ চাৰি দিন পিচতেই ২২ নবেম্বৰ শুকুৰবাৰৰ ৰাতিপুৱা শ্ৰীমতী পেইনৰ ঘৰৰ আন কোনো শুই নুঠোতেই উঠি হাতত থকা বিয়াৰ চিন এটি আৰু ১৭০ ষ্টাৰ্লিং বেগটো টেবুলত থৈ সযতনে থোৱা ইটালীয়ান ৰাইফলটো লৈ গৈছিল বুক ডিপোজিটৰীৰ ওপৰলৈ; গৈছিল আমেৰিকাৰ ৩৬ তম তৰুণ প্ৰেছিডেণ্ট জন এফ কেনেডীক গুলী কৰি মাৰিবলৈ। কমিছনৰ মতে: লী হাৰ্ভে অছৱাল্ডে সমগ্ৰ জীৱনত এটা মাত্ৰ কাম কৰি ইতিহাসত নিজৰ নাম ৰাখি যাব খুজিছিল, আৰু তাকে কৰিবলৈকে তেওঁ কেনেডীক হত্যা কৰে!

# সাহিত্যিক নেহৰু

চিৰদিন প্ৰৱল দৃঢ়তাৰে জৱাহৰলাল নেহৰুৱে প্ৰতিবাদ কৰি আহিছে ঃ ‘নহয়, নহয়, মই সাহিত্যিক নহওঁ। খুব বেছি যদি মোৰ বিষয়ে ক’ব পৰা যায় মই মাত্ৰ এজন সাংবাদিক। আই এম নট্ এ মেন অৱ লেটাৰ্ছ।’

অথচ এই কথাও সঁচা নহয়। নেহৰু জানো এজন মাত্ৰ সাংবাদিক? জননায়ক নেহৰু, ৰাষ্ট্ৰনেতা নেহৰু, যোদ্ধা নেহৰু যদি তেওঁৰ কালৰ অন্যতম কাহিনী-নায়ক হয়, তেওঁৰ দহখন কিতাপ, অসংখ্য মূল্যবান বক্তৃতাৰাজিৰে নেহৰু জানো মাত্ৰ এজন সাংবাদিক? এলিয়া এৰেণবুৰ্গে তেওঁৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ গৈ টলষ্টয়ৰ কথা স্মৰণ কৰিছে। ওৱেলছ ডুৰাণ্টে তেওঁৰ প্ৰজ্ঞাক স্বীকাৰ কৰি লৈছিল, এডোৰ্'াড টমছনে তেওঁক পৃথিবীৰ বুদ্ধিজীৱীসকলৰ অন্যতম এজন বুলি সম্বৰ্দ্ধনা জনাইছিল। পাৰ্ল বাকে কৈছে ঃ নেহৰু ৰাজনীতিৰ মেৰপাকত সোমাই নপৰাহেঁতেন পৃথিবীয়ে কি সুন্দৰ সৃষ্টিয়ে তেওঁৰ পৰা পালেহেঁতেন! আৰু বহুতো। প্ৰচলিত অৰ্থত এই যুগৰ অবিসম্বাদী ৰাষ্ট্ৰনায়ক জৱাহৰলাল নেহৰু হয়তো প্ৰকৃতিতে ‘সাহিত্য সেৱী’ নাছিল। ইতিহাসৰ ক্ষেত্ৰত নেহৰু হয়তো অন্য এক গিবন বা টয়েনবী নহয়, মাৰ্ক্স, কীনছ, ৰাছেল বা প্লেখানভৰ দৰে সেই অৰ্থত হয়তো চিন্তাবিদো নহয়, হলেও নেহৰুৰ ‘আত্মজীৱনী’ (১৯৬৩) ‘বিশ্ব ইতিহাসৰ জিলিকনি’ (১৯৬৪), ‘ভাৰত সন্ধানত’, ‘জীয়েকলৈ দেউতাকৰ চিঠি’ (১৯২৯) এইবোৰ গ্ৰন্থই জানো মাথোঁ তেওঁৰ ‘চামথিং অৱ এ জাৰ্নেলিষ্ট’ৰহে আভাস দিয়ে?



কেতিয়াও নহয়। নেহৰু-ৰচনাৰ মাজলৈ সোমোৱা যি কোনো সচেতন পাঠকে ক’ব এই হেজাৰ হেজাৰ পৃষ্ঠা জুৰি ভৰি থকা প্ৰতিটো শব্দ, প্ৰতিটো বাক্য, প্ৰতিটো কথাই তথাকথিত প্ৰচলিত অৰ্থত সাহিত্যিক নহলেও নেহৰু মাত্ৰ এজন ৰাষ্ট্ৰনেতা নহয়, মাত্ৰ এজন বুদ্ধিজীৱী নহয়, সাংবাদিক নহয়—তেওঁ সকলোৰে সমন্বয় এক আচৰিত সৃষ্টিশীল প্ৰাতভা। আচৰিত প্ৰতিভা এই বাবেই যে বাহ্যিক দৃষ্টিত ধৰা পৰা নেহৰু আৰু লেখক নেহৰুৰ মাজত এটা ব্যৱধান সদায় পৰিলক্ষিত হয় যদিও প্ৰকৃত অৰ্থত দুয়োটাৰ তুলনাগত কোনো পাৰ্থক্যই নাই। নেহৰুই নিজেও তেওঁৰ এই সুকুমাৰ মনৰ বিকাশৰ বিষয়ে কেতিয়াবা সন্দীহান হৈ নিজকে এনেদৰেও প্ৰশ্ন কৰিছেঃ আই এম নট এ লিটাৰেৰী মেন, এণ্ড আই এম নট্ এ হিষ্টৰীয়ান ; হোৱাট, ইনডিড, এম আই? আই ফাউণ্ড ইট ডিফিকাল্ট টু এনছাৰ দেট কুৱেশ্চন।

এই প্ৰশ্নৰ উত্তৰ দিবলৈ নেহৰুৱে টান পালেও নেহৰুৰ ৰচিত পুথিৰ মাজলৈ প্ৰৱেশ কৰা অনুসন্ধিৎসু পাঠকে উত্তৰ দিবলৈ টান নেপায়। কাৰণ নেহৰু সাহিত্য-পৰিক্ৰমাৰ মাজত নেহৰুৰ মৌলিক তথা স্বকীয় দৃষ্টিভঙ্গীৰ কথাই পোন প্ৰথমতে আকৰ্ষণ কৰিবই। আৰু তাৰ পিচত কোনো সচেতন পাঠকে সন্দেহ প্ৰকাশ কৰিব নোৱাৰে, সেই সাহিত্য-সৃষ্টিৰ প্ৰকৃত প্ৰাণ-স্পন্দন আৰু সাৰবস্তুৰ বিষয়ে অন্য নেলাগে নেহৰুৰ মাত্ৰ দুখন গ্ৰন্থ ‘ডিচকভাৰী অব ইণ্ডিয়া’ আৰু ‘গ্লিমচেছ অৱ দি ৱৰ্ল্ড হিষ্টৰী’ৰ ছত্ৰে ছত্ৰে এই কথাৰ প্ৰতীয়মান হ’ব। নেহৰুৰ বিশ্ব ইতিহাসেই প্ৰথম কিতাপ য’ত বিশ্বৰ প্ৰাণকেন্দ্ৰ যুক্তিসঙ্গতভাৱে এছিয়াত স্থাপিত হৈছে। এছিয়া যে ইউৰোপৰ বৰ্হিভ্ৰমণৰ ফলত আবিস্কৃত দ্বীপ বিশেষ নহয়, এই বিষয়ত নেহৰুৱে প্ৰথম পথ প্ৰদৰ্শক। সেইদৰে ‘ডিচকভাৰী অৱ ইণ্ডিয়া’ই আজি এই দেশৰ ইতিকথাৰ প্ৰথম সমাজতান্ত্ৰিক ব্যাখ্যা হিচাপে স্বীকৃত। উল্লেখযোগ্য কথা যে একাডেমিক অৰ্থত সুঠাম, সুগোল ইতিহাস ৰচনাতকৈ ইতিহাস সৃষ্টিৰ আকৰ্ষণেই আছিল তেওঁৰ ওচৰত প্ৰবলতৰ। সেয়েহে তেওঁ নিজে কৈছে ঃ ‘টু ৰিড্ হিষ্টৰী ইজ গুড্, বাট ইভিন ম’ৰ ইন্টাৰেষ্টিং

ইজ টু হেল্প ইন মেকিং হিষ্টৰী।' অথচ সত্যক বিন্দুমাত্ৰ ব্যাঘাত নঘটোৱাকৈ তেওঁ আমাক লৈ গৈছে এখন নতুন জগতলৈ। সেই জগতত ভাৰতৰ বৈচিত্ৰ্যপূৰ্ণ ইতিকথা কবলৈ গৈ চুইনবাৰ্ন, মেথিউ আৰ্নল্ডৰ কবিতা অনুপস্থিত নহয়, কমলা নামৰ ফুলৰ দৰে কোমল এগৰাকী তিৰোতা অৱহেলাৰ নহয়, তেওঁৰ কথা ক'বলৈ গৈ ঐতিহাসিক ৰবীন্দ্ৰনাথৰ চিত্ৰাঙ্গদা পঢ়ি শুনাব পাৰে, সংগ্ৰামী মেঘ, চৰাইৰ কাহিনীও ক'ব পাৰে। আৰু সেই কাহিনীৰ মাজে মাজে কোনো ভাবিব পাৰে যে ভাৰতবৰ্ষ আৰু ভাৰতীয় জনসাধাৰণৰ প্ৰাচীন আৰু নবীন দুয়োটা ৰূপৰে অৰ্থ তাৰ মাজত লুকাই আছে ?

সাহিত্যিক হিচাপে নেহৰুৰ বিশেষত্ব সেইখিনিতে। বহু লেখকৰে ক্ষেত্ৰত তেওঁলোকৰ ভাব প্ৰকাশৰ বেলিকা অন্তহীন মানসিক অস্থিৰতা অথবা বাহ্যিক নানান কাৰণত প্ৰকাশ-মাধ্যম হয় দুৰ্বল অথবা বিশেষত্বহীন। নেহৰুৰ ক্ষেত্ৰত সেয়া কোনো দিন হোৱা নাছিল। সততা আৰু নিজস্ব আদৰ্শৰ ওপৰত অফুৰন্ত বিশ্বাসে নেহৰুৰ ৰাজনৈতিক জীৱনত এটি বৈপ্লৱিক গতিশীলতা অনাৰ দৰে লেখক জীৱনতো নেহৰুৰ সুস্পষ্ট নিটোল ধাৰণা আৰু লক্ষ্যবস্তুৰ প্ৰতি থকা শেন-দৃষ্টিৰ হেতুকে সমগ্ৰ ৰচনাৱলীৰ মাজত অনুভৱ কৰা যায় এক সমাহিত স্নিগ্ধ ৰূপ, এক উদাত্ত সুৰ, তপ্ত অথচ শান্ত। মনকৰিবলগীয়া কথা যে নেহৰুৰ সৰহভাগ ৰচনাই তেওঁ কাৰাগাৰত কটোৱা অৱস্থাত লিখা। দেশৰ স্বাধীনতা সংগ্ৰামত জীৱন উৎসৰ্গ কৰা মুক্তিপিয়াসী অশান্ত বুকুৰ উমনিৰে সৃষ্টি কৰা ৰচনাৰ মাজত বিশুদ্ধ সাহিত্যৰ দিব্যজ্যোতি বিচ্ছুৰিত হোৱাটো সাধাৰণ কথা নহয়। কাৰাগাৰৰ ভিতৰত বহি বহি নিজৰ মানুহৰ মুক্তি আৰু স্বাধীনতাৰ কথা ভাবি ভাবি এটি নিঃসঙ্গ কল্পনা বিলাসী মনে ইতিহাসৰ হেজাৰ হেজাৰ পৃষ্ঠা মনৰ চকুৰে লুটিয়াই গ'ল, আৰু তেনেদৰেই বুজিবলৈ বা প্ৰকাৰান্তৰে বুজাবলৈ চেষ্টা কৰিলে আৰু সেই ইতিহাসৰ আৱৰ্তৰ মাজত কিন্তু সংগ্ৰামী, অশান্ত চিত্তৰ মানুহ এজনেই বাৰে বাৰে ভুমুকি মাৰিলে। সেইজনেই সাহিত্যিক নেহৰু।





নেহৰুৰ পঢ়া কোঠালি। অত্যাধুনিক সকলোধৰণৰ কিতাপ-আলোচনীৰে এই কোঠা সদায় ভৰপুৰ। এইখনে মেজতে লিখি থৈ গৈছে ঃ 'ভ্ৰমিবলৈ আছে মোৰ বহুদূৰ পথ···'

আগতে উল্লেখ কৰিছোঁ নেহৰু সাহিত্য-পৰিক্ৰমাৰ মাজত সততে চকুত পৰা কথা এটি হ'ল তেওঁৰ মৌলিক তথা স্বকীয় দৃষ্টিভঙ্গী। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জী হিচাপে নেহৰুৰ 'অট'বাইওগ্ৰাফী' এক অমূল্য অৱদান। ভাৰতবৰ্ষৰ ভাগ্য যিসকলে গঢ় দি থৈ গ'ল, যিসকলৰ অমানুষিক শ্ৰম আৰু সাধনাৰে ভাৰতবৰ্ষই শ শ বছৰীয়া শৃঙ্খলিত পৰিবেশৰ পৰা মুক্ত হ'ল, সেই সময়ৰ ঘটনাৱলী আৰু ব্যক্তি-বিশেষৰ এই গ্ৰন্থ এখনি নিৰ্ম্মল দাপোন স্বৰূপ। অথচ সেই কাহিনী যেনেদৰে নেহৰুৱে তেওঁৰ আত্মজীৱনীত লিপিবদ্ধ কৰিছে কেইজন কল্পনাবিলাসী শিল্পী-সাহিত্যিকৰ ক্ষেত্ৰত সম্ভৱ হৈছে? নেহৰুৰ দেউতাক মতিলাল নেহৰুৰ ঘটনাই গোটেইখন আত্মজীৱনীতে ঠাই পাইছে—গতিকে প্ৰকাৰান্তৰে পুতেকৰ আত্মজীৱনী দেউতাকৰ জীৱনী স্বৰূপেও এই গ্ৰন্থৰ স্বকীয়া মূল্য আছে। নেহৰু-গান্ধীৰ সম্পৰ্কৰ কথা গোটেই বিশ্বই জানে অথচ নেহৰুৱে আত্মজীৱনীত গান্ধীজীকো সূক্ষ্মভাবে বিচাৰ আৰু পৰ্য্যালোচনা কৰিছে। অথচ তাৰ মাজতো নেহৰুৱে তেওঁৰ চিৰদিনীয়া দুঃখিত আৰু নিঃসঙ্গ মনেৰে শিল্পীসুলভ খং আৰু বিৰক্তিৰে অন্যায়, অনীতি আৰু গোড়ামিৰ বিৰুদ্ধে অভিযোগ তুলি গৈছে। এখন নতুন দেশৰ জন্ম-বেদনাৰ সতে নেহৰুৰ নিজস্ব দুখ আৰু নিঃসঙ্গতাৰ এই গ্ৰন্থ এক অভূতপূৰ্ব সঙ্গম। অজস্ৰ ঘটনাৰ ভিৰৰ মাজতো তেওঁৰ সদা জাগ্ৰত অনুসন্ধিৎসু আৰু গতিশীল মনৰ দুৰ্বাৰ গতিবেগ ছত্ৰে ছত্ৰে অনুভৱ কৰা যায়। সন্দেহ নাই, বহু সমালোচকে কোৱাৰ দৰে, নেহৰুৱে অইন আৰু একো নিলিখাহেঁতেনো মাত্ৰ তেওঁৰ আত্মজীৱনীৰেই সাহিত্য জগতত এখনি স্বকীয়া স্থান নিৰ্বিচাৰে অধিকাৰ কৰি লবলৈ সক্ষম হ'লহেতেন। আৰু এয়া সম্ভৱপৰ একমাত্ৰ নেহৰুৰ দৰে বৈচিত্ৰপূৰ্ণ মানুহৰ বাবেহে। বৈচিত্ৰপূৰ্ণ কাৰণ হেৰো-কেম্ব্ৰিজৰ উৎকট পাশ্চিমীয়া সংস্কৰণৰ প্ৰভাৱৰে বিধৌত হৈ, পৰাধীন দেশত ভৰি দি এহাতে সিংহৰ দৰে পৰাক্ৰমী দেউতাকৰ প্ৰভাৱ আৰু আনহাতে স্বকীয়া মানসিক যন্ত্ৰণা আৰু শূন্যতাৰ পৰা মুক্তি বিচাৰি উদ্বাউল হৈ নেহৰুৱে নিজে, সেইবাবেই

প্ৰশ্ন কৰে ঃ 'মোৰ মাজতো বিৰোধৰ উদ্‌গাৰণ আৰু মই পৰস্পৰ বিৰোধী আনুগত্যৰ দ্বাৰা ক্ষত-বিক্ষত। মই ভাৰতবৰ্ষত নিঃসঙ্গ আৰু গৃহহীন এজনৰ দৰে অনুভৱ কৰিছোঁ। অথচ যি ভাৰতবৰ্ষৰ বাবে মই মোৰ ইমান মৰম দিছোঁ, যাৰ বাবে মই ইমান শ্ৰম কৰিছোঁ, অথচ সেই দেশখনকে মোৰ কিবা এক আচৰিত আৰু নিহ্বল দেশ যেন লাগে। মোৰ দেশৰ জনসাধাৰণৰ অন্তৰলৈ ঠিক ভাৱে সোমাব নোৱাৰা বাবেই মোৰ এনে হৈছে নেকি?' নিজৰ মনৰ এনে সূক্ষ্ম বিশ্লেষণে নেহৰুৰ ৰচনাকে তেওঁৰ ব্যক্তিত্বৰে পৰিপূৰক কৰি তুলিছে। আৰু এই অনুসন্ধিৎসাই, 'দিচ স্পিৰিট অৱ কুৱেষ্টিং হুইছ মাৰ্কছ দি আৰ্টিষ্ট ফৰ্ম দি প্ৰফেট, প্ৰিষ্ট অৱ কিঙ'! নেহৰুৰ 'ডিচকভাৰী অৱ ইণ্ডিয়া' পঢ়োতা পাঠকে বুজিবলৈ বাকী নেথাকে যে সেয়া 'ভাৰত সন্ধানত' অকল ভাৰতৰে সন্ধান নহয় নেহৰুৰো 'সন্ধান'।

১৯৫৮ চনত প্ৰকাশিত নেহৰুৰ দ্বাৰা সংকলিত 'এ বাঞ্চ অৱ অলড্ লেটাৰ্চ' যদিও নেহৰুলৈ লিখা বিভিন্ন মানুহৰ চিঠিৰ সংকলন মাত্ৰ, তথাপিও তাৰ মাজতো নেহৰুৰ ব্যক্তিত্ব পৰিস্ফুট। প্ৰথম চিঠিখন ১৯১৭ চনৰ আৰু শেষৰ চিঠিখন ১৯৪৮! ইয়াৰ মাজত বহুবোৰ চিঠি সম্পূৰ্ণ ৰাজনৈতিক ঘটনা সম্বলিত, কিছুমান ব্যক্তিবিশেষৰ সতে হোৱা ব্যক্তিগত মতভেদ আৰু বিৰোধৰ ব্যাখ্যামূলক আৰু কিছুমান সম্পূৰ্ণ ব্যক্তিগত। হলেও সমগ্ৰ সংগ্ৰহটোৰ মাজত এজন নেহৰুৰ ছবি প্ৰতিভাত হৈ উঠে আৰু বিভিন্নজনৰ দৃষ্টিত নেহৰুৰ ব্যক্তিত্ব, গুণৰাশি, দুৰ্বলতা, ভুল, আবেগৰ সুন্দৰ চিত্ৰ এখনি পোৱা যায়।

লেখক, চিন্তাবিদ নেহৰুৰ ৰচনাৰ আন এটি বৈশিষ্ট্য হ'ল তেওঁৰ প্ৰকাশভঙ্গীৰ স্বচ্ছতা আৰু ক্ষীপ্ৰতাযুক্ত কাব্যিক সুষমামণ্ডিত বৰ্ণনাৰ মনোহাৰীত্ব। চৰাই, আকাশ, মেঘ আনকথাত প্ৰকৃতিৰ নিৰাভৰণ সৌন্দৰ্যই নেহৰুক বাৰে বাৰে গভীৰভাবে আকৰ্ষণ কৰিছিল আৰু সেই অপৰূপ ৰূপ সাগৰত ডুব দি সেই সৌন্দৰ্যচ্ছটা



গালে-মুখে সানি হয়তো নেহৰুৰ পক্ষেই কোৱা সম্ভৱপৰ 'এণ্ড আই চ এ নিউ হেভেন এণ্ড এ নিউ আৰ্থ'। প্ৰকৃতিৰ সৌন্দৰ্যই নেহৰুক বহুদিন বহুভাবে আকৰ্ষণ কৰিছে আৰু তাৰ প্ৰকাশেৰে তেওঁৰ ৰচনা সদায় ভাৰাক্ৰান্ত। কিন্তু পাৰ্থক্য এইখিনিতে, যে সৰ্বসাধাৰণৰ বাবে সেই সৌন্দৰ্যই অনাহকতে ব্যাহ্যিক ভাবে মন আৰু চকুক দোলা দি যোৱাৰ দৰে নেহৰুক মাত্ৰ বাহ্যিকতাৰেই আকৰ্ষণ নকৰে, শিল্পী-বৈজ্ঞানিক নেহৰুৱে তেওঁৰ নিজস্ব অন্তৰ্দৃষ্টিৰে সেই সৌন্দৰ্য্যৰ মাজৰ পৰা প্ৰকৃত সত্য উদ্‌ঘাটনৰ বাবে ব্ৰতী হৈ পৰে। আবেগ ৱৰ্ডছৱৰ্থৰ দৰে তেওঁৰ বাবে মাত্ৰ এটি আপেক্ষিক বস্তু বিশেষ নহয়, সেয়া জীৱন আৰু প্ৰকৃতিৰ এক অভিনৱ সংমিশ্ৰণত উদ্ভুত ৰহস্য। চেচিল ডে লুইয়ে কোৱাৰ দৰে নেহৰুৰ গদ্য-ৰচনাৰ মাজতে 'দেয়াৰ ইজ এ কন্সটেণ্ট ট্ৰেফিক টু এণ্ড ফ্ৰ' অভাৰ দি ফ্ৰন্টিয়াৰ বিটউন প্ৰ'জ এণ্ড পয়েট্ৰি।'

বহুতেই নজনা আৰু চকুত নপৰা 'এছকেপ' নামৰ এটি কথা-কবিতা (?) আছে। এই ৰচনাৰ মাজত নেহৰুৰ সুকুমাৰ কৱি মনটোৰ সুন্দৰ প্ৰকাশ চকুত পৰে। তাৰেই দুটিমান স্তৱকৰ অক্ষম অনুবাদ ঃ

"ৰাতিপুৱা মই শুদা গাৰে মুকলিত পৰি ৰওঁ আৰু তেতিয়া পাহাৰৰ ওপৰত থকা শান্ত চকুৰ বেলিটোৱে মোক আলফুলে সাবটি লয়..."

"কেতিয়াবা মই পাইন গছৰ তলত পৰি ৰওঁ আৰু কাণ পাতি শুনো বলিয়া বতাহজাকৰ কথা, বতাহজাকে মোৰ কাণে কাণে বহু আচৰিত কথা গুণগুণাই কৈ থৈ যায় আৰু তেতিয়া মোৰ দেহ অচেতন হৈ পৰে, অশান্ত মনটো শান্ত হৈ উঠে। মোক অকলশৰীয়া যেন পাই আৰু আক্ৰমণৰ সুবিধা দেখি ই চতুৰ ভাবে মানুহৰ ভুলবোৰৰ কথা, তাহাঁতৰ বিৰতিহীন বিৰোধৰ কথা, তাহাঁতৰ আবেগ আৰু হিংসা, ধৰ্মৰ নামত থকা গোড়ামিৰ কথা, ৰাজনীতিৰ মাজত থকা

দুৰ্নীতিৰ কথা আৰু আদৰ্শ স্খলনৰ কাহিনী শুনাই যায়। তাহাঁতৰ মাজলৈ ঘূৰি গৈ এজনে এজনৰ জীৱনৰ সকলো অনৰ্থক ভাবে নষ্ট কৰাৰ অৰ্থ জানো আছে? ইয়াতে দেখোন শান্তি আছে আৰু আছে সম্প্ৰীতি।”

“পাহাৰৰ বুকুলৈ তেতিয়াও বসন্ত অহা নাই যদিও ভৈয়ামত গ্ৰীষ্মৰ প্ৰৱেশ ঘটিছে। পাহাৰৰ বুকুত ৰঙচুৱা ৰড'ডেনড্ৰন ফুলৰ সমাৰোহ বহু নিলগৰ পৰা চকুত পৰে। ফুলৰ গছবোৰ এই ফুলো ফুলো ভাব, অজস্ৰ অকনি কুহিপাতে তেওঁলোকৰ নিভাঁজ সেউজী আৱৰণৰে গছৰ নগ্নতা ঢাকিবলৈ ওলাই আহিবলৈ উন্মুখ হৈ পৰিছে। এই পৰিবেশত মোৰ মনৰ মাজলৈ শান্তি উভতি আহিল, শান্ত, সৌম্য ৰূপত ঠিয় হৈ থকা মানুহৰ ভুলে স্পৰ্শ কৰিব নোৱাৰা পাহাৰলৈ মই চাওঁ। মানুহে যিয়ে নকৰক সেইবোৰ তাত থাকিবই, যদি এই যুগৰ মানুহে আত্মহত্যা কৰে অথবা শামুকীয়া গতিত নিঃশেষো হৈ যায় তথাপি পাহাৰৰ বুকুলৈ বসন্ত আহিবই, বতাহে পাইন গছৰ বুকুত গুণগুণনি তুলিবই, চৰায়ে গান গাবই।’

ইয়াৰ দ্বাৰা কোনোবাই যদি নেহৰুক পলায়নবাদী বুলি ভাবে তেন্তে ভুল হ’ব কাৰণ প্ৰকৃতিৰ সাহায্যত তেওঁ মাত্ৰ তেওঁৰ নিজস্ব নিঃসঙ্গ আৰু দুঃখিত মনৰ সান্ত্বনাহে বিচাৰি পাইছিল, বাস্তৱ জীৱনত কিন্তু নেহৰুৰ সদা জাগ্ৰত বিপ্লৱী গতিশীল মনটো সজীৱ হৈ থাকিছিল। সেয়েহে তেওঁ ইয়াৰ পিচতো কয়ঃ

There was no escape except to some extent in action...The distant mountain seems easy of access and climbing, the top beckons, but as one approaches, difficulties appear, and the higher one goes the more laborious becomes the journey and the summit recedes into clouds. Yet the climbing is worth the effort and has its own joy and



satisfaction. Perhaps it is the struggle that gives value to life, not so much the ultimate result.’

কিতাপ আকাৰে প্ৰকাশ পোৱা উল্লেখিত গ্ৰন্থ কেইখনৰ বাহিৰেও নেহৰুৰ বিভিন্ন ক্ষেত্ৰত কোৱা অজস্ৰ বক্তৃতা, ভাষণ আৰু টুকুৰা-টুকুৰ স্মৃতিলিপি আছে যিবোৰেও স্পষ্টভাবে নেহৰুৰ অধ্যয়নশীল মৌলিক দৃষ্টিভঙ্গীপ্ৰসূত সুকুমাৰ মনটোৰ ইঙ্গিত দিয়ে। কোনে পাহৰিব তেওঁৰ শেষ ইচ্ছাপত্ৰখনৰ মনোৰম গঙ্গাৰ বৰ্ণনা অথবা গান্ধীজীৰ মৃত্যুৰ পিচত দিয়া তেওঁৰ অনবদ্য সেই অপূৰ্ব বক্তৃতা? অজস্ৰ উদ্ধৃতিৰে প্ৰমাণ কৰিব পাৰি যে যি কোনো ক্ষেত্ৰতে নহওক কিয় নেহৰুৰ বক্তব্য পৃথিবীৰ তথাকথিত ৰাজনৈতিক নেতাৰ মুখৰ পৰা ওলোৱা কথা বিশেষ নহয়। নেহৰুৰ ভাষাতে সংস্কৃতিৰ ব্যাখ্যা শুনকঃ

“What is culture? I am certainly not competent to give you a definition of it, because I have not found one. It must have a certain depth. It must also have a certain dynamic character. Does culture mean some inner growth in the man? Of course it must. Does it mean the way he behaves to others? Certainly it must. Does it mean the capacity to understand the other person? I suppose so. Does it mean the capacity to make yourself understood by the other person? Supposes so. It means all that”.

অথবা গান্ধীজীৰ মৃত্যুতেঃ.....“A glory has departed and the sun that warmed and brightened our lives has set and we shiver in cold and dark. Yet, he would not have us feel this way. After all that glory

we saw for all those years, that man with the divine fire, charged us also—and such as we are, we have been moulded by him during these years: and out of this divine fire, many of us also took a small spark which strengthened and made us work to some extent on the lines that he fashioned."

নিৰন্ধৰ কেইবাঠাইতো, নেহৰুৰ নিঃসঙ্গ বিষণ্ণ মনৰ কথা উল্লেখ আছে। এয়া নেহৰুৰ নিজৰ কথা। পৰাধীন ভাৰতবৰ্ষক মুক্ত কৰিবলৈ কৰা অবাৰিত সংগ্ৰামৰ অন্তত স্বাধীন ভাৰতবৰ্ষৰ প্ৰধান মন্ত্ৰীত্বৰ দায়িত্ব লোৱালৈ এই সুদীৰ্ঘ কাল সকলো পাইও অপাৰ্থিব কিবা এক নোপোৱাৰ বেদনাই নেহেৰুক খুলি খুলি খাইছিল। হয়তো সেয়া তেওঁৰ জীৱনজোৰা সাধনাৰ অসম্পূৰ্ণ স্বপ্নৰ বেদনা, হয়তো সেয়া তেওঁৰ মৰমৰ দেশক যেনেদৰে ৰূপ দিব বিচাৰিছিল তাৰ সম্পূৰ্ণ ৰূপায়ণ কৰিব নোৱাৰাৰ বেদনা। আত্মজীৱনীৰ কৰবাৰ এঠাইত নেহৰুৱে লিখিছিল ঃ ওৱান মাষ্ট জাৰ্নি থ্ৰু লাইফ লাইফ এল'ন। এটা জীৱনত ইমান মৰম, ইমান স্নেহ, বিৰতিহীন ইমান কামৰ পিচতো নিজস্ব আদৰ্শৰে দেশখনক আত্মনিৰ্ভৰশীল কৰি গঢ়ি তুলিবলৈ জীৱনৰ প্ৰতিটো মুহূৰ্ত উজাৰ কৰি দিও, লাখ লাখ দেশবাসীৰ অকৃত্ৰিম মৰম লৈও তেওঁ ভাবিছে, তেওঁ ভাবিছে তেওঁ নিঃসঙ্গ, অকলশৰীয়া। এই অতৃপ্তি, অশান্ত মন ব্যক্তিগত নহয়—এয়া সমগ্ৰ বিশ্বৰ লাঞ্চিত নৰনাৰায়ণৰ কল্যাণৰ বাবে। সেয়ে হয়তো মৃত্যুৰ আগতে তেওঁৰ টেবুলতো ৰবাৰ্ট ফ্ৰষ্টৰ সেই কবিতাটিৰে পংক্তি এটি লিখা আছিল য'ত কৰিয়ে বৰফে আবৰা এটি এন্ধাৰ আবেলি বননিৰ মাজত এটি ঘৰৰ সমুখত সৰু ঘোঁৰা এটি লৈ সুদীৰ্ঘ যাত্ৰাৰ অন্তত অকমান জিৰণি লৈছে, চাৰিওফালে মৃত্যুশীতল নিৰৱতা মাথোন বতাহৰ শব্দ ভাহি আহিছে; অথচ কৰিয়ে ভাবিছে—এয়াতো জিৰণিৰ সময় নহয়, বহু কাম আছে তেওঁ কৰিবলৈ, টোপনিৰ আগতে 'ভ্ৰমিবলৈ আছে বহু দূৰ।'



# ছমাৰছেট মম

১৯৬৫ চনৰ জানুৱাৰী মাহ। নব্বৈ বছৰ পুৰ হোৱা এই যুগৰ শক্তিশালী জীৱনবাদী কথা সাহিত্যিক ছমাৰছেট মমে তেওঁৰ মনোমোহা 'ভিলা মুৰেস্ক'ৰ ডেফোডিল ফুলেৰে ঘেৰা ঘৰটিৰ খোলা খিৰিকীয়েদি জন্মদিনৰ অভিনন্দন জনাবলৈ অহা অলেখ শুভাকাংখীলৈ, ক্লান্ত, শীৰ্ণ হাত জোকাৰি জোকাৰি কৈ উঠিছিল ঃ 'ধন্যবাদ'।

তাৰ পিচত কৈছিল ঃ 'মোৰতো প্ৰকৃততে মৃত্যুৰ স'তে বেছ সম্পৰ্কই গঢ়ি উঠিছে। মই মৃত্যুৰ সতে আচলতে হাতত ধৰা-ধৰিকৈ আগবাঢ়িয়ে আছোঁ। আৰু মোৰ হাতত কৈও মৃত্যুৰ হাতখন বেছি উষ্ণ।'

সঁচা কথাই কৈছিল মমে। কাৰণ ঠিক তাৰ পিচতে মৃত্যুৰ উষ্ণ হাতৰ বান্ধোনে সেই বছৰৰে শেহৰ ফালে কোনে দিনে এৰা দিব নোৱাৰাকৈ সাবটি ধৰিলে মমক। আৰু লগে লগে শেষ হ'ল ইংৰাজী সাহিত্যৰ শেষ 'গ্ৰেণ্ড অল্ড মেন'। কোনে ভাবিছিল মমৰ প্ৰিয় বাসভৱন 'ভিলা মুৰেস্ক'ৰ পৰা দেখা পোৱা জানুৱাৰীৰ তেজহীন নিৰুত্তাপ সূৰ্যৰ দৰেই ক্ৰমাত ক্ষয় হৈ আহিছিল ছমাৰছেট মম।

তাতোকৈ ডাঙৰ কথা তাৰ কিছুদিন আগতে মমৰ অকৃত্ৰিম বন্ধু চাৰ উইনষ্টন চাৰ্চিলৰ মৃত্যুত মম এমেয়ে ভাঙি পৰিছিল। চাৰ্চিলক হেৰুৱাৰ বেদনাই মমকো ক্ৰমাত নিঃশেষ কৰি আনিছিল।

ভিলা মুনেস্কৰ হেজাৰ হেজাৰ ডেফোডিল ফুলে আৰু কোনো দিন সেই মৰমী মানুহজনৰ স্নিগ্ধ চকুৰ স্নেহ আৰু নেপায়। আৰু এটা জন্মদিন উভতি অহাৰ কোনো সুবিধাই যে নিদিলে।

ভাবিলে আচৰিত লাগে এটা জীৱনত খ্যাতি-সন্মান টকা-পয়চা, বন্ধু তথা অনুৰাগী আৰু সাহিত্য বা শিল্পকলাৰ সতে জড়িত ব্যক্তিৰ ঘিটো জীৱনকালত সঁচাকৈয়ে দুৰ্লভ সেই জনপ্ৰিয়তাও ছমাৰছেট মমে জীৱিতকালতে পাইছিল অভাৱনীয় ৰূপে প্ৰচুৰ। প্ৰকৃততে মমৰ যদিও মৃত্যু হৈছে ৯১ বছৰ বয়সত আজি দহ বছৰমানৰ আগতেই মমে কলম এৰিছে। মমে দহ্ বছৰ আগতে কৈছে ঃ

"I have done what I wanted to do and now I am silent. When people say, in reading my obituary notice in the (London) "Times", well, well, I thought he died ages ago, my phantom will smile".

এইজনেই মম। সম্ভ্ৰান্ত ঘৰৰ ল'ৰা মম। হলেও দুৰ্দিন, দুৰ্দশাই প্ৰথম জীৱন থকা-সৰকা কৰিছিল। তেত্ৰিশ বছৰ বয়সলৈ মমৰ ব্যক্তিগত জীৱন আছিল পৰাজয়, হতাশা, গ্লানি আৰু মনোকষ্টৰ সমলয়। তাৰ পিচৰ পৰা মৃত্যুৰ সময়লৈ মমৰ জীৱন আছিল খ্যাতি, অৰ্থ আৰু জনপ্ৰিয়তৰে এটি হিংসা কৰিবলগীয়া জীৱন। প্ৰথম জীৱনৰ কষ্টই মমক পিচলৈ দিছিল যক্ষ্মাৰ বীজাণু। প্ৰথম মহাযুদ্ধৰ পিচত টি-বি বেমাৰী মমে চেনাটোৰিয়ামত কটোৱা দিনবোৰৰ অভিজ্ঞতা মম-অনুৰাগী পাঠক-পাঠিকা মাত্ৰই নিশ্চয় জানো।

মিউনিকৰ এখন ৰেস্তোৰাত বিখ্যাত নাট্যকাৰ ইবচেনক দেখি মমেও ভাবিছিল, তেওঁ লেখক হব। চেষ্টা চলিল সাহিত্য-সাধনাৰ। কিন্তু ইমান সহজে সাহিত্য জগতত প্ৰবেশপত্ৰ নেপালে মমে। ব্যৰ্থ লেখকে চেষ্টা কৰিলে চিত্ৰশিল্পী হোৱাৰ, তাৰ পিচত হিচাপ-ৰক্ষকৰ চাকৰি, তাৰ পিচত হ'ল ডাক্তৰ। দেহৰ প্ৰতি অণুপৰমাণুত যাৰ সৃষ্টিৰ বেদনা তেওঁ কেনেকৈ সেৰকৰ আবুৰ লৈ থাকিব? ৰয়েল কলেজ অৱ ফিজিচিয়ানৰ ছাত্ৰ মমে ৰোগী কাটিবলৈ চুৰি হাতত নললে, ললে কলম। বেমাৰ মাত্ৰ এজনৰ নহয়, মমৰ ধাৰণা সমগ্ৰ পৃথিৱীৰ মানুহৰে বেমাৰ আছে। সুস্থ মানুহৰ বেমাৰ আৰু মাৰাত্মক। তাৰেই চিকিৎসকৰ



ৰূপত অৱতীৰ্ণ হ'ল মম। চুৰি-কটাৰীত মামৰে ধৰিলে। মেডিচিনৰ কিতাপ ভেকুৰি গ'ল। কলম-কাগজৰ অবাৰিত সংগ্ৰাম আৰম্ভ হ'ল। প্ৰথম সফল সৃষ্টি এখন নাটক, নাম 'লডী ফ্ৰেডাৰিক' (১৯০৭)। কিন্তু সফল কলাকাৰৰ স্বাক্ষৰ লৈ আহে উপন্যাস 'অৱ হিউমেন বণ্ডেজ'। শেষোক্ত উপন্যাসে মমৰ প্ৰথম উপন্যাস 'লিজ অৱ লেম্বেথ'ৰ স্মৃতি মচি পেলালে।

জীৱনত কি কৰা নাই মমে? প্ৰথম মহাযুদ্ধত এম্বুলেন্স বাহিনীত যোগ দিছিল। পাঁচোটি বিদেশী ভাষা সৰসৰাই ক'ব পৰা ছমাৰছেট মমে বৃটিছ চিক্ৰেট চাৰ্ভিচতো কাম কৰিছিল। এই কামতে মম গৈছিল প্ৰথমে ছুইজাৰলেণ্ড, তাৰ পিচত ৰুচীয়ালৈ। যুদ্ধ শেষ হোৱাৰ আগে আগে যক্ষ্মা ৰোগাক্ৰান্ত মমে কেইবা বছৰো চেনাটোৰিয়ামত কটাইছিল। ১৯১৫ চনত এজনী বিধবাৰ প্ৰেমত পৰি বিয়া কৰাইছিল মমে। নাম তেওঁৰ লেডী ওৱেলকাম। সংসাৰী মমে বাৰ বছৰ পিচত কিন্তু বিবাহ-বিচ্ছেদ কৰিবলগীয়া হ'ল। তেওঁলোকৰ এটি মাত্ৰ কন্যা সন্তান আছিল। নাম এলিজাবেথ।

অভিজ্ঞতাৰ এক অফুৰন্ত ভাণ্ডাৰ আছিল ছমাৰছেট মম। এজন সমালোচকে কোৱাৰ দৰে এই সুদীৰ্ঘ কাল মমৰ জনপ্ৰিয়তাৰ কাৰণ প্ৰথম তেওঁৰ অভিজ্ঞতা, দ্বিতীয় তেওঁৰ কথন-ভঙ্গী, তৃতীয় তেওঁৰ ভাষা। মমৰ ৰচনাত দূৰ-সুদূৰৰ কিবা এক নৈৰাশ্য আৰু শূন্যতাবোধৰ ভাব প্ৰতিফলিত হলেও মূলতঃ মম আছিল জীৱনবাদী সাহিত্যিক—যি জীৱনক সকলো সময়তে মহৎ আৰু বেদনামুক্ত কৰাবলৈ অহৰহ সংগ্ৰাম কৰিছিল। গতিকেই মমৰ ৰচনাত চাৰ্ত্ৰে বা মাৰ্লোৰ অস্তিত্ববাদৰ কোনো চিন নাছিল। আৰু সবাতোকৈ ডাঙৰ কথা মমে কোনোদিন পৰজন্ম বিশ্বাস নকৰিছিল। মোঁপাচা আৰু চেকভৰ অনুৰাগী মমৰ ৰচনাত নিটোল গল্পকাৰৰ সুক্ষ্ম ৰূপটি পাঠকে সহজতে অনুধাৱন কৰা অকণো কঠিন নহয়। সেই বাবেই কোনোবাই মমৰ নাম দিছিল 'দি ইংলিছ মোঁপাচা।'

অজস্র উপন্যাস, গল্প, নাটক, প্ৰবন্ধ, স্মৃতি-চাৰণৰ ৰচয়িতা ছমাৰছেট মম। প্ৰতিখন উপন্যাস বা প্ৰতিটো গল্পই স্বকীয় বৈশিষ্ট্যৰে ভৰপুৰ একাধিকবাৰ বিশ্ব ভ্ৰমণ কৰা মমে ভাৰতবৰ্ষলৈও দুবাৰ আহিছে। গতিকেই মমৰ ৰচনাৰ পটভূমি কেতিয়াবা হংকং ( 'দি পেইণ্টেড ভেল' ) কেতিয়াবা দক্ষিণ সাগৰৰ নাৰিকলৰ ছায়াই ঘেৰ ঠাই ( 'দি লেটাৰ', 'ৰেইন' ) ; আকৌ হয়তো মমৰ কোনো চৰিত্ৰই ৰামকৃষ্ণ পৰমহংসৰ বাণী উচ্চাৰণ কৰে ('ৰেজৰচ এজ'ৰ ডাবেল ) আকৌ কোনোবাই হয়তো উপনিষদ, বেদান্ত চৰ্চ্চা কৰে ( 'দি নেৰঅ' কৰ্ণাৰ'ৰ ক্ৰিথ )। ভাৰতবৰ্ষৰ প্ৰতি থকা মমৰ সুগভীৰ প্ৰীতিৰ ভাব তেওঁৰ একাধিক ৰচনাত উদ্ভাসিত। এই দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে মম ই. এম. ফৰ্ষ্টাৰ, টি এচ এলিয়টৰ দৰেই শিক্ষিত ভাৰতবাসীৰ মনৰ মানুহ।

মমৰ শেষ উপন্যাস 'কেটালিনা।' সম্প্ৰতি মমে বেছিভাগ প্ৰবন্ধই লিখিছিল। ১৯৪৯ চনত প্ৰকাশ পায় তেওঁৰ টুকুৰা-টুকুৰ স্মৃতিমণ্ডিত বিখ্যাত কিতাপ 'এ ৰাইটাৰ্চ নোটবুক'। এই 'নোটবুক' ৫২ বছৰ ধৰি টুকি ৰখা অজস্ৰ স্মৃতিৰ শোভাযাত্ৰা। প্ৰবন্ধ তালিকাৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল 'দি চামিং আপ'।

মমে অসংখ্য সন্মান, পদৱী জীৱিতকালত লাভ কৰিছে। ১৯৫৪ চনত ইংলণ্ডেশ্বৰী এলিজাবেথে মমক 'কম্পেনিয়ন অব অনাৰ'ৰে ভূষিত কৰে। অসংখ্য ভাষালৈ অনুদিত হৈছে মমৰ গ্ৰন্থৰাজি। প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিছে মমে। আকৌ তেনেদৰে বিলাইও দিছে উপাৰ্জিত অৰ্থ বিভিন্ন কামত। দহ হেজাৰ পাউণ্ড দি গৈছে কেণ্টাৰবাৰীৰ সেই স্কুলখনত য'ত সৰুতে তেওঁ পঢ়িছিল। সৃজনীশীল লেখকক পুৰস্কৃত কৰিবলৈ শকত অঙ্কৰ পুঁজি এটাও থৈছে।

গতিকে মমৰ বিদায় আকস্মিক নহয়। এজন সাৰ্থক জীৱনশিল্পীৰ ৰূপত আৱিৰ্ভাব হৈ ঠিক তেনেদৰেই 'ৰজা'ৰ দৰে আঁতৰি গৈছে মম।

শেষত কিন্তু এটা সৰু প্ৰশ্ন থাকি যায়। মম যদি এনে জনপ্ৰিয় আৰু ইমান সুলেখকে আছিল তেন্তে তেওঁৰ ভাগ্যত ইমান দিনে নোবেল



বঁটা নিমিলিল কিয় ? মমে নিজে এবাৰ কৈছিল : 'মই জানো মোৰ স্থান ক'ত। ঠিক দ্বিতীয় শ্ৰেণীৰ লেখকৰ প্ৰথম শাৰীতে।' এয়া সঁচা কথা হয়নে নহয় সেয়া সময়ে বিচাৰ কৰিব। কিন্তু এটা কথা ঠিক যে মম নিজে আছিল নিৰ্লিপ্ত শিল্পী। সৃষ্টি কৰাতেই যাৰ আনন্দ তেওঁ তাৰ প্ৰতিদান একো নিবিচাৰে। মমেও নিবিচাৰিছিল। কিন্তু শ্ৰেষ্ঠত্বৰ বিচাৰত শিল্প সাহিত্যত প্ৰায়েই এৰাগছেই বৰগছ হোৱাৰো উদাহৰণ নোহোৱা নহয়। এজন ভাৰতীয় লেখকে আক্ষেপ কৰিছে 'পৃথিৱীৰ এখনি শ্ৰেষ্ঠ সাহিত্যালোচনী বুলি ৰবাই কৰা 'এনকাউণ্টৰ'ৰ পাতত মমৰ দ্বাৰা বা মমৰ বিষয়ে কোনোবা দিনা লিখা কিবা প্ৰকাশ হৈছেনে। 'পেৰিচ ৰিভিউ' বুলি বিশ্ববিখ্যাত কাকতখনে পেষ্টাৰনেক এলিয়ট, হেমিংওৱে, মুৰ, ৰালৰ এলিশ্চন, ৰবাৰ্ট ফ্ৰষ্ট, মেৰী মেকাৰ্থী আলডুচ হাক্সলে, হেনৰী মিলাৰ লৰেন্স ডুৰেল, জয়েচ কেৰী, এলবাৰ্টো মোৰাভিয়া, উইলিয়াম ফকনাৰ, ফ্ৰাচোঁৱা চাগ আদি অসংখ্য কথি সাহিত্যিকৰ সতে হোৱা বিশেষ সাক্ষাৎ-প্ৰসঙ্গ প্ৰকাশ কৰিলে অথচ তেওঁলোকৰ মগজুত এবাৰলৈ নৈখেলালে যে ছমাৰছেট মম নামৰে এজন লেখক জীয়াই আছে।

মমে নিজেও এই কথা বুজিয়ে হয়তো কৈছিল :

'In my twenties the critics said I was brutal, in my thirties they said I was flippant, in my forties they said I was cynical, in my fifties they said I was competent, and now in my sixties they say I am superficial.'

কিন্তু মম যে এজন লেখক সেইকথা সমালোচকে কোনদিনা ক'লে ?

# এলবার্ট ছুইটজাৰ

এজাক ল'ৰা এদিন চৰাই চিকাৰ কৰিবলৈ ওলাল। হাতে হাতে প্ৰত্যেকৰে চৰাই-মৰাৰ অস্ত্ৰ। গভীৰ বননিৰ মাজেৰে গৈ থাকোতে ক'ৰবাৰ দূৰৈৰ পৰা হঠাতে গীৰ্জাৰ ঘণ্টাধ্বনি ভাঁহি আহিল। তাৰে এজন ল'ৰাৰ কিয় জানো সহ্য নহল এই চৰাই হত্যাৰ সমূহীয়া অভিযান। ল'ৰাটোৱে দলৰ পৰা ফালৰি কাটি য'ত জুম বান্ধি চৰাইবোৰ পৰি থাকে, সেই আটাইবোৰ উকুৱাই পঠিয়ালে।

এইজন ছুইটজাৰ। ডাঃ ছুইটজাৰ। সমগ্ৰ বিশ্ব-বন্দিত আজি এই মানৱ দৰদীৰ নাম। মানৱ জীৱনৰ ওপৰত এজন মানুহৰ কিমানখিনি শ্ৰদ্ধা আৰু মৰম থাকিব পাৰে তাৰ উৎকৃষ্ট নিদৰ্শণ ছুইটজাৰ। সুদীৰ্ঘ পঞ্চাশ বছৰৰো অধিক কাল ছুইটজাৰে আফ্ৰিকাৰ গভীৰ অৰণ্যৰ মাজত বন্য, অশিক্ষিত, অনভিজ্ঞ গাওঁবাসীৰ মাজত চিকিৎসক হিচাপে সেৱাৰ যি উদাহৰণ স্থাপন কৰি গৈছে, মানৱ সেৱাৰ ইতিহাস সেই কথা স্বৰ্ণাক্ষৰে লিখা ৰ'ব। ভৰপুৰ বয়সত (৯০ বছৰ) ছুইটজাৰৰ ১৯৬৫ চনৰ ৫ চেপ্তেম্বৰৰ ৰাতি লেম্বাৰ্ণেত তেওঁৰ অতি মৰমৰ হাবিৰ হস্পিটালতে মৃত্যু হয়।

ছুইটজাৰৰ জন্ম হয় ১৮৭৫ চনত। ছুইটজাৰ পৰিয়াল প্ৰকৃততে ফ্ৰান্সৰ পূৰ্ব-সীমান্ত প্ৰদেশ আলচেছৰ বাসিন্দা। সেই অঞ্চলটি ১৮৭০ চনৰ যুদ্ধৰ পিচত জাৰ্মানসকলৰ অধিকাৰত আহে বাবে ছুইটজাৰৰ সমগ্ৰ শিশুকাল আৰু যৌৱনকাল জাৰ্মান শাসনাধীনতে আছিল।

সৰুৰে পৰা ছুইটজাৰ আছিল অত্যন্ত অনুভূতিপ্ৰৱণ। বৰশী লৈ



মাছ মাৰিবলৈ গৈ বৰশীৰ মুখত লাগি ধৰা মাছৰ করুণ অৱস্থা দেখিও তেওঁৰ অন্তৰ কান্দি উঠে। আলচেছৰ উৰ্বৰ শ্যামল গাৱঁৰ সৌন্দৰ্যই তেওঁক বাৰে বাৰে অভিভূত কৰিছিল।

এলবাৰ্ট ছুইটজাৰ মাথোন চিকিৎসা-শাস্ত্ৰৰ ডাক্তৰ নাছিল। সেই উপাধি পোৱাৰ বহুদিন আগতে তেওঁ দৰ্শন শাস্ত্ৰ, তাৰ পিচত ধৰ্মতত্ব, আৰু সঙ্গীত বিদ্যাত 'ডক্তৰ' উপাধি লাভ কৰিছিল। এই বিষয়সমূহৰ প্ৰত্যেকটিতে তেওঁৰ দক্ষতা আছিল অপৰিসীম। সঙ্গীত বিশেষকৈ অৰ্গেনবাদনত আৰু অৰ্গেন সঙ্গীতৰ মহান স্ৰষ্টা চেবাষ্টিয়ান বাখৰ সঙ্গীতৰ ওপৰত ছুইটজাৰৰ জ্ঞান আছিল অসামান্য।

এবাৰ বসন্ত কালত ছুইটজাৰে সুদীৰ্ঘ সপ্তাহজোৰা বন্ধত ঘৰলৈ আহিছিল। তেতিয়া তেওঁৰ বয়স একৈশ। ৰাতিপুৱা তেওঁৰ টোপনি ভাঙিল। বিচনাত শুই শুই তেওঁ বাহিৰৰ চৰাইৰ গান শুনিবলৈ ধৰিলে। বহু চিন্তা মনৰ ভিতৰত। বাল্য জীৱনৰ সুখস্মৃতি, স্নেহশীল পাৰিবাৰিক জীৱন, পঢ়া-শুনাৰ কথা—ইত্যাদি নানান ভাৱ। শুই শুই আৰু এটা ভাৱ মনলৈ আহিল তেওঁৰ। ভাবিলে, ইমানখিনি সুখ-শান্তি প্ৰাপ্য বুলি গ্ৰহণ কৰাৰ কি অধিকাৰ আছে তেওঁৰ? তাৰ সলনি তেওঁতো একোৱে দি যাব নোৱাৰিব। নিজকে শুনাই যেন কলেঃ 'তুমিতো সম্পূৰ্ণ নিজস্ব জগতত বাস নকৰা। তোমাৰ তাত সকলোৱে আছে। তাৰ পিচত চৰাইবোৰে কিলবিল কৰি গীত গাই উঠিল। এলবাৰ্ট ছুইটজাৰেও তেতিয়াই উঠি তেওঁৰ ভবিষ্যত কৰ্ম-পন্থা স্থিৰ কৰি পেলালে। পিচত তেওঁ লিখিছিলঃ বিছনা এৰি উঠাৰ আগতে মই নিজৰ সতে এটা বুজা-পৰা কৰি পেলালোঁ যে ত্ৰিশ বছৰ বয়সলৈ বিজ্ঞান আৰু শিল্পকলাৰ বাবে জীয়াই থকাৰ অধিকাৰ সমৰ্থনযোগ্য বুলি ভাবিম যদিহে তাৰ পিচৰ পৰা ভবিষ্যতে মই মানৱ সেৱাত নিজকে উৎসৰ্গ কৰিব পাৰোঁ।

এই সিদ্ধান্ত ছুইট জাৰে পিচত আখৰে আখৰে পালন কৰিছিল। ধৰ্ম-শাস্ত্ৰৰ পৰীক্ষা এটিত উত্তীৰ্ণ হৈ পেৰিচৰ চৰবোঁ বিদ্যাপীঠত দৰ্শন-শাস্ত্ৰ

অধ্যয়ন কৰিলে ছুইটজাৰে।, খ্ৰীচবুৰ্গৰ পৰা দৰ্শন-শাস্ত্ৰত ড়িগ্ৰী লৈ খ্ৰীচবুৰ্গৰে এটি গীৰ্জাত যাজকৰ কাম কৰে কিছুদিন। ইয়াৰ মাজতে ছুইটজাৰে অৰ্গেন শিক্ষাৰ বাবে এমাহমান সদায় পেৰিচলৈ গৈছিল! ধৰ্মতত্বৰ তেওঁৰ ডক্তৰেট থিচিচখন পিচত তেওঁ 'ঐতিহাসিক যীশুৰ সন্ধানত' নাম দি কিতাপ আকাৰে প্ৰকাশ কৰে। খ্ৰীচবুৰ্গ ধৰ্মশাস্ত্ৰ-কলেজৰ নবীন অধ্যক্ষ ছুইটজাৰৰ নাম ক্ৰমাত জনাজাত হৈ পৰে। বহু ঠাইত বক্তৃতা দিবলৈ আৰু অৰ্গেনবাদনৰ আমন্ত্ৰণ আহিবলৈ ধৰিলে। ইতিমধ্যে বাখ্‌ৰ সঙ্গীতৰ ওপৰতো এখনি গবেষণামূলক গ্ৰন্থ তেওঁ লিখি পেলায়। এনে সময়ত তেওঁৰ ত্ৰিংশতম জন্মদিন আহিল। যি সময় তেওঁ নিৰ্দ্দিষ্ট কৰি লৈছিল, সেয়া শেষ হ'ল। দিন ওচৰ চাপি আহিল প্ৰতিজ্ঞা অনুসৰি পৰাৰ্থে সুনিশ্চিতভাবে জীৱন উৎসৰ্গ কৰাৰ···

কিন্তু কেনেকৈ পৰাৰ্থে তেওঁ নিজকে উৎসৰ্গ কৰিব সেয়া ছুইটজাৰৰ ধাৰণা নাছিল। এনেতে পেৰিচৰ মিছনেৰী চোচাইটিয়ে প্ৰকাশ কৰা এখন সৰু প্ৰচাৰ পুস্তিকাৰ ওপৰত তেওঁৰ চকু পৰিল। তাত আফ্ৰিকাৰ গাৱঁ অঞ্চলৰ ব্যাপক কুষ্ঠৰোগৰ ফলত হোৱা মৃত্যু আৰু সেই ঠাইত চিকিৎসাৰ অভাৱৰ কথাৰ উল্লেখ আছিল। ছুইটজাৰে ভাবিলে, তেওঁৰ সেৱাৰ বাবে এই ঠাইয়ে হব প্ৰকৃত তীৰ্থস্থান। কিন্তু বিপদ হ'ল, আফ্ৰিকাৰ সেই ঠাইত দৰ্কাৰ চিকিৎসকৰ, ছুইটজাৰ তো ডাক্তৰ নহয়। কিন্তু ছুইটজাৰ দৃঢ় প্ৰতিজ্ঞ হ'ল যে তেওঁ ডাক্তৰ হ'বই। তেওঁৰ পৰিয়ালৰ মানুহ, বন্ধু-বান্ধৱ সকলো বিস্মিত হ'ল। এজনা যশস্বী ধৰ্মযাজক, শিক্ষক, সঙ্গীতজ্ঞৰ আকৌ ডাক্তৰ হ'বলৈ যায় কোন দুখত? তাতেই আকৌ য'তে ত'তে নহয়—সুদূৰ আফ্ৰিকাৰ গভীৰ কোনো অৰণ্যৰ মাজত।

কাৰো কথা নুশুনিলে ছুইটজাৰে! মেডিকেল কলেজত ছাত্ৰ হিচাপে নাম লিখিলে তেওঁ। ডাক্তৰী ভালদৰে পঢ়িবলৈ তেওঁ যাজকবৃত্তি আৰু শিক্ষকতা এৰি দিলে। এই নতুন বিদ্যা চৰ্চা তেওঁৰ বাবে বৰ টান লাগিল। কেতিয়াবা কেতিয়াবা ৰাতি তেওঁ দুয়োখন ভৰি চেঁচা পানীত



জুবুৰিয়াই থয়, নিজকে পঢ়াৰ বাবে সজাগ কৰি ৰাখিবলৈ। ১৯১১ চনত তেওঁ মেডিকেল পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পিচত কিছুদিন পেৰিচৰ ট্ৰপিকেল মেডিচিনৰ আৰু উপকৰা কৰ্চ লৈ তেওঁ সাজু হ'ল তেওঁৰ মনোনীত কামৰ বাবে। এই যময়তে ছুইটজাৰে বিয়া কৰায় অধ্যাপকৰ এক কন্যাক—ছুইটজাৰ স্ত্ৰীয়েও গিৰিয়েকক আফ্ৰিকাৰ তেওঁৰ মিছনত সহায় কৰিবলৈ নাৰ্চৰ প্ৰশিক্ষণৰ কৰ্চ এটি লয়।

১৯১৩ চনৰ ইষ্টাৰ ডে'ত ছুইটজাৰ দম্পতী ৰাওনা হয় আফ্ৰিকাৰ উদ্দেশ্যে। বহু নদ-নদী, দুৰ্গম অৰণ্য পাৰ হৈ ছুইটজাৰ দম্পতী গৈ পায় পাহাৰে আবৰা লেম্বাৰ্ণ। এই লেম্বাৰ্ণেই ছুইটজাৰৰ ভৱিষ্যত কাৰ্য-পন্থাৰ পীঠস্থান। পিচদিনাৰ পৰা ৰোগীৰ ভিৰ আৰম্ভ হ'ল। মেলেৰিয়াৰ পৰা কুষ্ঠৰোগলৈ—বহু বেমাৰীৰ ভিৰ। নিপুণভাৱে ছুইটজাৰে চিকিৎসা কৰি গল প্ৰত্যেককে! বেমাৰীবোৰক কোনোদিন ছুইটজাৰে 'কেচ' হিচাপে বিচাৰ নকৰিছিল—তেওঁ ভাবিছিল মানুহ হিচাপে যাক কষ্টৰ উপশমৰ বাবে সহায় কৰাৰ নিতান্ত প্ৰয়োজন। ক্ৰমে ক্ৰমে ছুইটজাৰৰ নাম বিশ্ব বিয়পি গ'ল। ঠায়ে ঠায়ে 'লাম্বাৰেণ-বন্ধু সমিতি" স্থাপন হ'ল আৰু পৃথিবীৰ নানান দিশৰ পৰা লাম্বাৰেণৰ গভীৰ অৰণ্যত চিকিৎসাৰত ডাক্তৰলৈ সাহায্য গ'ল।

প্ৰথম মহাযুদ্ধৰ সময়ত মিঃ আৰু মিচেছ ছুইটজাৰক জাৰ্মান নাগৰিক হিচাপে যুদ্ধ-বন্দীৰূপে "অন্তৰীণ আটক" কৰি ৰখা হয়। যুদ্ধৰ পিচত ছুইটজাৰে ইউৰোপৰ বিভিন্ন ঠাইত বক্তৃতা দি ফুৰে। ১৯৩৪ চনত ছুইটজাৰে অক্সফ'ৰ্ডত হিবাৰ্ট বক্তৃতা দিয়ে। ১৯৩৪ আৰু '৩৫ত এডিনবাৰ্গ বিশ্ববিদ্যালয়ত গীফ'ৰ্ড বক্তৃতা দিয়ে। ১৯৫৩ চনত এলবাৰ্ট ছুইটজাৰক নোবেল বঁটা দিয়া হয়। তাৰোপৰি বহু সন্মানীয় উপাধি, পুৰস্কাৰ আৰু ডিগ্ৰী ছুইটজাৰে তেওঁৰ সুদীৰ্ঘ জীৱনটোত লাভ কৰে।

লাম্বাৰেণৰ গভীৰ অৰণ্যৰ সেই ঠাই আজি ছুইটজাৰৰ মহিমাত মানৱ সেৱাৰ তীৰ্থভূমি।···হেজাৰ হেজাৰ অসহায় ৰোগীৰ মুখত হাঁহি

ফুটাইছে ছুইটজাৰে···জীৱনৰ শেষ দিনলৈ ছুইটজাৰ আছিল সক্ৰিয়···৯০ বছৰীয়া বৃদ্ধ ছুইটজাৰে মৃত্যুৰ সাতদিন আগলৈ চিকিৎসা কৰি গৈছে। ৮৫ বছৰ বয়সতো তেওঁ অপাৰেশ্যন কৰিছে।···কৰ্মহীন জীৱন ছুইটজাৰৰ বাবে আছিল মৃত্যুৰে নামান্তৰ।

ইমান ব্যস্ত জীৱনৰ মাজতো ছুইটজাৰে বহু গ্ৰন্থ লিখিছে। তেওঁৰ আটাইতকৈ বিখ্যাত গ্ৰন্থ হ'ল 'বাখ ঃ দি মিউজিচিয়ান পয়েট'। তাৰোপৰি আত্মজীৱনীমূলক 'মাই লাইফ এণ্ড থট্', 'অনদি এডজ অব্ দি প্ৰিমিভিট ফৰেষ্ট', 'ফ্ৰম মাই আফ্ৰিকান নোটবুক' আৰু 'খ্ৰীষ্টিনিটি এণ্ড দি ৰিলিজিয়নচ অব্ দি ৱল্ড' বিশ্ববিখ্যাত।

নিঃসন্দেহে ছুইটজাৰ এই শতিকাৰ এক দুৰ্বাৰ গতিবেগৰ আৰু সেৱাৰ জলন্ত প্ৰতীক। মানৱ জীৱনৰ প্ৰতি এনে অননুকৰণীয় শ্ৰদ্ধা ঐকান্তিক নিষ্ঠাৰ দ্বিতীয় এটি উদাহৰণ আৰু বিচাৰি পাবলৈ নাই।



# ইন্দিৰা গান্ধী

এজন সাংবাদিক সুধিছিল ঃ 'ৰাজনৈতিক জীৱনৰ স'তে আপোনাৰ সম্পৰ্ক কেতিয়াৰ পৰা?'

অকনো চিন্তা নকৰাকৈ উত্তৰ দিছিল ইন্দিৰা গান্ধীয়েঃ 'মোৰ যিমানদূৰ মনত পৰে তিনিবছৰ বয়সৰ পৰাই কংগ্ৰেছ কমিটিৰ মিটিঙত মই উপস্থিত আছোঁ।' অবাক হৈ পৰা সাংবাদিকৰ চকুলৈ চাই ইন্দিৰাই হাঁহি কৈছিল ঃ 'মানে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ প্ৰায়বোৰ প্ৰয়োজনীয় মিটিঙেইতো তেতিয়া অনুষ্ঠিত হৈছিল আমাৰ এলাহাবাদৰ আনন্দ ভৱনৰ বাগিছাত।' ইন্দিৰা সেই মিটিঙত কেতিয়াবা ককাক মতিলাল নেহৰুৰ কোলত, কেতিয়াবা দেউতাক জৱাহৰলাল নেহৰুৰ কোলত, কেতিয়াবা পন্তজী, কেতিয়াবা আজাদৰ ওচৰত।

কোনে জানিছিল আনন্দ ভৱনৰ পুণ্য-স্পৰ্শৰ পৰা ওলাই অহা নেহৰু পৰিয়ালৰ আৰু এজন বিশ্বৰ বিশালতম গণতন্ত্ৰৰ প্ৰধানমন্ত্ৰীত্বৰ দায়িত্ব এনেদৰে এদিন অচিৰেই গ্ৰহণ কৰিব?

সময়ে বহুত কিহবাৰে পৰিবৰ্তন আনে। পৰিবৰ্তনৰ চক্ৰবেহুত মানুহ মাথোন কুঁহিলা উটা দি উটি যায়। কিন্তু কিছুমান হয় ব্যতিক্ৰম। ব্যতিক্ৰম আছিল ইন্দিৰা গান্ধী।

···স্বাধীনতাৰ বহু বছৰ আগৰ কথা। গান্ধীজীৰ সবল নৈতৃত্বত শৃঙ্খলিত ভাৰতবৰ্ষক বিদেশী শাসনৰ কবলৰ পৰা মুক্ত কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ বিভিন্ন জাতীয় নেতা আৰু আন্দোলৰ শক্তিশালী অনুষ্ঠান

কংগ্ৰেছ। আনন্দ ভৱন তেতিয়া ভাৰতৰ ৰাজনৈতিক মুক্তি আন্দোলনৰ ঘাই কাৰ্যালয়। সেই ভৱনৰ ভিতৰ কোঠালিত মৰমলগা লনী জোঙা নাকটিৰে লহপহীয়া চাৰিবছৰীয়া ছোৱালী এজনীয়ে অবাক হৈ চাই দেখে যেতিয়াই তেতিয়াই পুলিচ সোমাই আহি গ্ৰেপ্তাৰ কৰি লৈ যায় ককাক, দেউতাকক। চল্‌চলীয়া চকুৰে একেথৰে চাই থকা ইন্দিৰাই দেউতাক জৱাহৰলাল নেহৰুৰ ক্ৰমাত বিলীয়মান দেহটোলৈ চাই চাই নিজৰ বন্ধ কোঠালিত সজাই থোৱা পুতলাবোৰ এটি এটি কৈ উলিয়াই পুতলাৰে কোনোটোক দেউতাক সাজে, কোনোবাটোক ককাক সাজে, পুতলাৰে পুলিচ সাজি গ্ৰেপ্তাৰ কৰি আকৌ আলমাৰীৰ ভিতৰত বন্ধ কৰি নথৈ আগবাঢ়ি যাবলৈ কয় ভাৰতৰ স্বাধীনতা আন্দোলনৰ যিবোৰ শ্লগান দেউতাকৰ মুখত শুনে সেইবোৰ কৈ কৈ...

সেয়াও এক দিন আছিল। নেহৰুৱে তেওঁৰ আত্মজীৱনীত লিখিছিল ঃ 'মোৰ চাৰিবছৰীয়া ছোৱালী ইন্দিৰাই পুলিচৰ এই জুলুম সহ্য কৰিব নোৱাৰি বাৰে বাৰে বাধা দিছিল।' আনন্দ ভৱনৰ বৃহত উদ্যান আৰু পৰিবেশৰ মাজত নিঃসঙ্গ এই ছোৱালীজনীয়ে অসহ্য বেদনাত গুজৰ-গুমৰি উঠিছিল। এইখন কি ঘৰ? যত মাথোন মানুহ, মানুহ আৰু মানুহ। য'ত মাথোন আলোচনা, আৰু আলোচনা। মাথোন পুলিচ, পুলিচ আৰু পুলিচ। কোনে জানিছিল, এনেকৈয়ে গঢ় খাই উঠিছিল ভৱিষ্যতৰ ভাৰতৰ এক নবীন প্ৰধানমন্ত্ৰী।

বহুদিন আগতে এজন সাংবাদিকে সুধিছিল ঃ আপোনাৰ ৰাজনৈতিক আদৰ্শ কি?

ইন্দিৰা গান্ধীয়ে তেতিয়া কৈছিল ঃ মোৰ তেনেদৰে কোনো ৰাজনৈতিক দৰ্শন নাই আৰু মই কোনো 'ইজিম' বিশ্বাস কৰো বুলিও কব নোৱাৰোঁ।

পশ্চিমীয়া ৰীতিত চুটি কৈ কটা চুলি, চিকুন সাজপাৰেৰে বহুতৰে চকুত অ-ভাৰতীয় যেন লগা ইন্দিৰা গান্ধীৰ জানো ভাৰতৰ জাতীয়



আন্দোলন, ভাৰতৰ বিভিন্ন সমস্যা বা ভাৰতৰ মানুহৰ লগত কোনো সম্পৰ্ক নাই? আছে। সেয়া আকৌ এক অন্য কাহিনা।

* * *

অভিজ্ঞতাৰে থুপ খাই থকা এক সুপ্ত বিচুবিয়াচ ইন্দিৰা গান্ধী। স্বাধীনোত্তৰ ভাৰতত ইন্দিৰা গান্ধী ঘাইকৈ আমাৰ চকুত প্ৰধানমন্ত্ৰী শ্ৰীনেহৰুৰ দৈনন্দিন সহচাৰ্য দিয়া জীয়েক হিচাপেই চকু পৰে। তাতকৈ বেছি আৰু একো নহয়। যদিও সেইটোৱে সম্পূৰ্ণ সচাঁ নহয়। দেউতাকৰ সতে প্ৰতি মুহূৰ্ত্তে ছায়াৰ দৰে আছিল ইন্দিৰা। অজস্ৰ দেশ, অসংখ্য নেতা, অলেখ সভা-সমিতিত ছায়াৰ দৰে নেহৰুৰ লগে লগে ইন্দিৰা। সেইজনী এগৰাকী অন্য ইন্দিৰা। সেয়া নেহৰুৱেও জানে। সেয়া বাণ্ডুঙেই হওঁক বা ৰাষ্ট্ৰসঙ্ঘতে হওঁক, সেয়া কংগ্ৰেছ কমিটিৰ বাৰ্ষিক অধিবেশনতে হওঁক বা পাৰ্টি মিটিঙতে হওঁক, সেইগৰাকী ইন্দিৰাৰ কাম হ'ল নেহৰুৰ প্ৰতিটো মুহূৰ্ত্তৰ পৰিস্থিতি সপক্ষে 'মুড' ঠিক ৰখাৰ। পলকতে খঙত জ্বলি উঠা নেহৰুৰ কাণৰ কাষত এখন মুখে সদায় এটা কথা জানাই আহিছে ঃ 'পাপা, কণ্ট্ৰোল্ ইউৰচেল্‌ফ'। পকা আপেলৰ দৰে ৰঙা পৰা নেহৰুৰ মুখ পলকতে শান্ত হৈ পৰিছিল।

কিন্তু তাৰ আগতে?

পঢ়িবলৈ গৈছিল চুইজাৰলেণ্ডলৈ। শান্তিনিকেতনলৈ। কিন্তু কতো শান্তিৰে তেওঁ পঢ়িব পৰা নাছিল। ইন্দিৰা গান্ধীয়ে কৈছিল ঃ 'ঘৰৰ আটায়ে যেতিয়া জেলৰ ভিতৰত মই পঢ়িম কেনেকৈ?' কিন্তু যি শিক্ষা ইন্দিৰাই পাইছিল সেয়া আছিল পাঠ্য পুথিৰ শিক্ষকৰ শিক্ষাতকৈও বহু লোভনীয়। দেশ মাতৃকাৰ সেৱাত জীৱন উৎসৰ্গ কৰা নেহৰুৱে নিজৰ জীয়েকৰ আপডাল আৰু পঢ়া শুনাৰ বাবে বাৰে ব্যাঘাতে তেওঁক নিশ্চয় দোষী পিতৃৰ শাৰীত পেলালেহেঁতেন। কিন্তু নেহৰু ইমান সহজে পৰাজয় মানি লোৱা মানুহ নাছিল। কাৰাবাসৰ সেই সুদীৰ্ঘ যন্ত্ৰণাৰ মাজতো তেওঁ জীয়েকলৈ লিখিছিল অসংখ্য চিঠিৰ আকাৰত

বিশ্বৰ মানৱ ইতিহাসৰ পৰিচয়... যি পৰিচয়ৰ ভেটিত ঠিয় দিছে আজিৰ ইন্দিৰা গান্ধী।

বিশ্ববিদ্যালয়ৰ ডিগ্ৰী তুচ্ছ কথা। দেউতাকৰ তীখা সদৃশ প্ৰতিভা-জড়িত শিক্ষনীয় পাঠে ইন্দিৰাক ঠিকেই শিকাইছিল। সেই শিক্ষা আছিল মানুহ হোৱাৰ শিক্ষা।

নেহৰু পৰিয়াল বাবে ৰাজনীতিৰ স্পৰ্শৰ বাহিৰত থকা বৰ ডাঙৰ কথা। ইন্দিৰাইও নোৱাৰিছিল। লণ্ডনত থাকোতে স্কুল অব ইকনমিকচ্ কৰ মেধাৱী, সুশ্ৰী পাৰ্চী ছাত্ৰ ফিৰোজ গান্ধীক ভাল পাই বিয়া কৰাইছিল। প্ৰতিবাদ কৰিছিল নেহৰুৱে, নেহৰুৰ পৰিয়ালৰ আটায়ে। ইন্দিৰা স্বমতত দৃঢ় প্ৰতিজ্ঞ আছিল। সেয়া হয়তো তেওৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ প্ৰথম বিদ্ৰোহ।

দেশলৈ ঘূৰি আহি ৰাজনৈতিক কামত ভালদৰেই সোমাই পৰিছিল ইন্দিৰা। জেলো খাটিছিল ১৩ মাহ। অসুখী গাৰে কাৰাবৰণ কৰা ইন্দিৰাই ঘৰৰ পৰা তেওঁলৈ পঠিওৱা আমৰ টোপোলাৰ ( আম তেওঁ বৰ ভাল পায় ) সোৱাদৰ কথা নিজে পোৱা নাছিল মাত্ৰ জেইলৰৰ মুখত শুনিছিল ঃ 'আপোনাৰ পৰিয়ালে পঠোৱা আম কেইটা বেচ সোৱাদ আছিল।' আন বাইশজনী মহিলাৰ সতে কাৰাবৰণ কৰা ইন্দিৰাৰ প্ৰতি বৃটিছ চৰকাৰৰ অত্যাচাৰৰ বৰ্ণনা নাই। নেহৰুৱে আত্মজীৱনীত লিখিছিল ঃ 'বৃটিছে ৰাজনৈতিক মহিলা আইনভঙ্গকাৰী সকলক সাধাৰণতে কঠোৰ শাস্তি আৰু কষ্ট দিছিল যাতে কংগ্ৰেছে স্বাধীনতা আন্দোলনৰ পৰা মহিলাসৱক দূৰ কৰি ৰাখে।' কিন্তু ইন্দিৰা গান্ধীয়ে অসহনীয় কষ্টৰ মাজতো ৰাজনীতি নেৰিলে।

কেইবছৰমান আগতে এজন সাংবাদিকে সুধিছিল ঃ 'আপোনাৰ ইমান ব্যস্ততাৰ মাজতো দেউতাকৰ চোৱা-মেলাৰ সময় ক'ত ?'

সামান্য হাঁহি ইন্দিৰাই কৈছিল ঃ 'দেউতাক মই মোক ব্যস্ততাৰ মাজতো চাবই লাগিব। আৰু মই নিজেওতো জিৰণি পোৱা নাই— কিমান দিন ? কিজানি আঠবছৰ।'



কি ইমান ব্যস্ততা ইন্দিৰাৰ ? আছে। তাৰো খতিয়ান আছে।

* * *

১৯৬১ চনৰ আগভাগত জব্বলপুৰত যেতিয়া হিন্দু-মুচলিমৰ বিৰোধ তীব্ৰ আকাৰত প্ৰকাশ পায় তেতিয়া কংগ্ৰেছৰ প্ৰথম কৰ্মী ইন্দিৰা যি তালৈ গৈছিল সাহাৰ্য দিয়াৰ উপৰিও কৌশলৰে বিৰোধ হ্ৰাস কৰিছিল ! পূব আফ্ৰিকাত থকা ভাৰতীয় সংখ্যা লঘুসকলে তেওঁলোকৰ ভৱিষ্যত নিৰাপত্তা সম্পৰ্কে যেতিয়া ভয় খাই উঠিছিল তেতিয়া ইন্দিৰাই গৈছিল তালৈ। ভাৰত—আমেৰিকাৰ সম্পৰ্ক যেতিয়া প্ৰায় ভাঙি পৰা অৱস্থাপ্ৰাপ্ত হৈছিল তেতিয়া তেওঁৰে গৈছিল মাহ-জোৰা বক্তৃতাৰ ভ্ৰমণ সূচী লৈ আমেৰিকালৈ। ১৯৩৮ চনৰ পৰা তেওঁ কংগ্ৰেছ পাৰ্টিৰ সভ্য আৰু ১৯৫৫ চনৰ পৰা কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ এগৰাকী দায়িত্বপূৰ্ণ সভ্যা। কেন্দ্ৰীয় নিৰ্বাচনী কমিটি আৰু কেন্দ্ৰীয় পাৰ্লামেণ্টৰী বৰ্ডৰো তেওঁ সদস্যা। কংগ্ৰেছৰ মহিলা শাখাৰ তেওঁ সভাপতি আৰু যুটীয়া প্ৰতিষ্ঠাপক। স্বাধীনতাৰ পিচৰ আটাই কেউটি নিৰ্বাচনী অভিযানতে তেওঁৰ দেশৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিছে। ১৯৬২ চনৰ নিৰ্বাচনত প্ৰতিজন কংগ্ৰেছ প্ৰাৰ্থীয়ে তেওঁৰ, নেহৰুৰ আৰু গৃহমন্ত্ৰী লালবাহাদুৰৰ আলোচনাৰ মাজেদিহে প্ৰতিদ্বন্দিতাৰ সুযোগ পাইছিল। তাৰোপৰি নিৰ্বাচনৰ পিচৰ অন্যায়কাৰী কংগ্ৰেছ কৰ্মীৰ অনুসন্ধান বাবে পাতি দিয়া সাতজনীয় বিশেষ সভাৰো তেওঁৰে আছিল দায়িত্বশীল সদস্যা। ভাৰতীৰ শিশু কল্যাণ সমিতিৰ প্ৰেচিডেণ্ট, আন্তৰ্জাতিক শিশু কল্যাণ সমিতিৰ ভাইচ প্ৰেচিডেণ্ট, জাতীয় সংহতি কমিটিত চেয়াৰমেন, ইউনেস্কৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সভ্যা, কেন্দ্ৰীয় শিক্ষা বৰ্ডৰ সভ্যা আৰু বাল সহায় সমিতিৰ প্ৰতিষ্ঠাপক প্ৰেচিডেণ্ট। তাৰোপৰি অসংখ্য দায়িত্বৰে ইন্দিৰা গান্ধী আছিল সদা ব্যস্ত। আৰু এই সকলোবোৰতে লাগি আছে তেওঁৰ উজ্জ্বল কৃতিত্ব।

আৰু কোনে পাহৰিব কংগ্ৰেছ প্ৰেচিডেণ্ট হিচাপে শ্ৰীমতী গান্ধীৰ অভূতপূৰ্ব সাফল্যৰ কথা ? ১৯৫৯ চনত যেতিয়া ইন্দিৰা গান্ধীয়ে

জাতীয় কংগ্ৰেছৰ সভাপতিৰ পদৰ বাবে বিনা প্ৰতিদ্বন্দ্বিতাই মনোনীত হয় তেতিয়া কংগ্ৰেছ পাৰ্টিৰ অৱস্থা ঢুখলগা। নিজৰ ভিতৰতে অৰিয়া-অৰি আৰু বিভিন্ন কাৰ্যই কংগ্ৰেছ অনুষ্ঠানটিকে জনচক্ষুৰ আগত ঢুৰ্বল কৰি তুলিছিল। পাৰ্টি প্ৰেচিডেণ্ট পদ সেইসময়ত সহজ নাছিল। এজন ভাৰতীয় সাংবাদিকে মন্তব্য দিছিল ঃ 'এনে এটি মুকুট যত ফুলতকৈও কাঁইট সৰহ'। শ্ৰীমতী গান্ধীয়ে জানিছিল! কিন্তু এবাৰ যেতিয়া কাঁইটৰ মুকুট পিন্ধাই দিছে উভতি অহাৰ প্ৰশ্নই নুঠে। আৰু কংগ্ৰেছ সভাপতি হিচাপে ইন্দিৰাই প্ৰথম কাম কৰিছিল একৈশজনীয়া কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ পৰা দেউতাকৰ বাদ দিছিল—যিটো কমিটিৰ সতে নেহৰু ১৯২০ চনৰ পৰা জড়িত আছিল। কংগ্ৰেছ সভাপতি হিচাপেই শ্ৰীমতীৰ গান্ধীৰ কেৰলাৰ অশান্ত ৰাজনৈতিক ধুমুহাক শান্ত কৰাতো কম কৃতিত্ব দেখুওৱা নাই।

নেহৰুৰ মৃত্যুৰ পিচত শাস্ত্ৰী চৰকাৰত তেওঁক আকৌ তথ্য আৰু অনাতাঁৰ মন্ত্ৰীৰ দায়িত্ব দিয়া হয়। এই দায়িত্বটো শ্ৰীমতী গান্ধীয়ে তেওঁৰ দূৰদৃষ্টি, গঠনমূলক কাৰ্যৰে ভালেখিনি কৰি কৈছে। অল্-ইণ্ডিয়া ৰেডিঅ'ৰ বহুদিনীয়া কেৰোণসমূহ দূৰ কৰা, ভাৰতৰ প্ৰথমবাৰৰ বাবে আন্তৰ্জাতিক ভিত্তিত প্ৰতিযোগিতামূলক বোলছবি মহোৎসৱ আদি পতি এটি নতুন গঢ় দিয়ে তেওঁ।

সৌ সিদিনা সোধা সাংবাদিকৰ প্ৰশ্ন ঃ আপুনি ৪৮০ নিযুত মানুহৰে বিশ্বৰ বিশাল গণতন্ত্ৰৰ এগৰাকী মহিলা প্ৰধানমন্ত্ৰী হোৱা কথাটো আপোনাৰ বাৰু কেনে লাগে?

ইন্দিৰাৰ সাৰ্থক উত্তৰ ঃ সেইটো এজন মানুহ হিচাপে কেনে লাগে সেইটোহে কথা পুৰুষ বা মহিলা বুলি নহয়।'

* * *

হয়তো এই কথাই সচাঁ।

বিশ্বৰ বিশাল এই গণতন্ত্ৰৰ মহিলা প্ৰধানমন্ত্ৰী হিচাপে নহয়, এনে ঐতিহ্যময় দেশৰ বহিভাগ তথা অন্তৰ্ভাগত এশ-এটা সমস্যাৰে



আৰু ভিন ভিন ভাষা-ভাষী, আচাৰ-ব্যৱহাৰৰ বহু মানুহৰ মাজতো ইন্দিৰা গান্ধীয়ে প্ৰধান মন্ত্ৰীত্বৰ দায়িত্বৰে কি কৰে সেয়াহে জনসাধাৰণে চাব। নেহৰু নিজে এই দেশৰ এক বিৰাট ঐতিহ্য আছিল। তেওঁৰ কন্যা সেই ঐতিহ্যৰে অংশ মাত্ৰ।

আৰু দেশৰ মানুহৰো তেওঁৰ ওপৰত অৱস্থা আছে প্ৰচুৰ। মন-কৰিবলগীয়া কথা যে স্বৰ্গীয় প্ৰধান মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীয়ে নিজে প্ৰধানমন্ত্ৰী হোৱাতকৈ শ্ৰীমতী গান্ধীৰ নেতৃত্বত কাম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। সময়ৰ বিচিত্ৰ গতিপথে সেয়া হয়তো নিদিলেও আকৌ সেই চিৰন্তন প্ৰশ্নৰ মাজলৈকে টানি লৈ গৈছে।

সুখ্যাত এজন আমেৰিকান সাংবাদিক লেখকে এইকথাই সচাঁ হৈ দেখা দিয়ক ঃ Indira Gandhi is not Mrs. Bandaranike. She has shown that she has a will of her own..... She has had enough experience of practical politics to know when she is being used for ulterior ends. And she know what works in India and what is simply doctrinal icing on the cake.

# বিগলিত করুণা... গঙ্গে

কোনোবা কবিয়ে বিনাইছিল : নেহৰুৰ মুখত আমি ভাৰতৰ প্ৰতিচ্ছবি দেখা পাওঁ, গঙ্গা আৰু যমুনা দেখোঁ। তেওঁৰ ওঁঠত আৰু হিমালয় দেখোঁ তেওঁৰ কপালত।'

কবিৰ কথাই হয়তো সঁচা হ'ল। কাৰণ নেহৰুৱে নিজেও তেওঁৰ শেষ ইচ্ছা-পত্ৰত তেওঁৰ গঙ্গা প্ৰীতি আৰু হিমালয়ৰ উদাৰ সৌন্দৰ্যৰ কথা বাৰে বাৰে উল্লেখ কৰি গৈছে। দুটি আখৰৰ এটি নাম : গঙ্গা। অথচ কিমান পবিত্ৰ, স্নিগ্ধ, অননুভূত এক মহিমা লুকাই আছে এই নামৰ আঁৰত। গঙ্গা জানো মাথোন নদী? নিশ্চয় নহয়। এই নদীৰ ছন্দে ছন্দে, জিলমিলিয়া সৰু বৰ ঢৌৰ মাজে মাজে প্ৰবাহিত হৈ আছে ভাৰতৰ কলা সংস্কৃতি জ্ঞান-বিজ্ঞানৰ অলিখিত ইতিহাস। যুগে যুগে গঙ্গাৰ এই স্বকীয় সৌন্দৰ্য্যৰ বাবে মহা মহা কবি, চিন্তানায়কে গঙ্গাৰ বিভিন্ন ৰূপৰ বৰ্ণনা দি আহিছে। মহাকবি বাল্মীকিয়ে কৈছিল : তোমাৰ নাম স্মৰণ কৰি আৰু তোমাৰ ফালে চাইয়ে মোৰ যেন জীৱনৰ অৱসান হয়। মহাকবি কালিদাসে কৈছিল : ক্বচিৎ পদ্মিনীবেণুভঙ্গ প্ৰসঙ্গে মনঃ খেলতং জহ্নুকন্যাতৰঙ্গে : হে গঙ্গা তোমাৰ পাৰৰ ধূলিকণা আৰু পানীৰ স্পৰ্শ লাভ কৰি মই যেন ক্ষণপাপ হব পাৰোঁ। আৰু কিমান আছে? সুখদায়িনী ভাগীৰথীৰ বন্দনাৰ জানো শেষ আছে?

এইবাৰ আকৌ নতুনকৈ অন্য এজনৰ বন্দনা।

নেহৰু, নেহৰুৰ।

১৯৫৪ চনৰ দহ জুনত লিখি থৈ যোৱা শেষ ইচ্ছাপত্ৰত তেওঁ



লিখিছিল (এই ইচ্ছা-পত্ৰৰ কথা মৃত্যুৰ পিচত প্ৰকাশ কৰা হয়) যে যদিহে তেওঁৰ বিদেশত মৃত্যু হয় তেন্তে তেওঁৰ মৃতদেহৰ এমুঠি ছাই আনি যেন এলাহাবাদৰ গঙ্গাত বিসৰ্জন দিয়া হয়। আৰু যদিহে দেশতে তেওঁৰ মৃত্যু হয় তেন্তে চিতাভস্ম খিনি গঙ্গাত পানীত যেন উটুৱাই দিয়ে......

নেহৰুৰ নিজৰ ভাষাত : "এলাহাবাদৰ গঙ্গাৰ বুকুত এই যে এমুঠি চিতাভস্ম বিসৰ্জনৰ কথা কলোঁ, তাৰ অন্তৰালত কোনো ধৰ্মীয় বৈশিষ্ট্য নাই।......আশৈশৱৰ পৰা এলাহাবাদৰ গঙ্গা-যমুনাই মোক আকৰ্ষণ কৰি আহিছে। বয়স বৃদ্ধিৰ লগে লগে উক্ত আকৰ্ষণ আৰু বৃদ্ধিহে পাইছে।

'ঋতুৰ পৰিবৰ্ত্তনৰ লগে লগে এই দুই স্ৰোতধাৰাৰ ৰূপো পৰিবৰ্ত্তন হৈছে। মই যেতিয়া নিঃশব্দে চাই ৰৈছিলোঁ, মনত যে কিমান কথাই আহি জুম বান্ধি ধৰেহি···যুগ যুগান্তৰৰ কত কাহিনী, কত সঙ্গীত আৰু ইতিহাস এই দুই নদীৰ মাজত একীভূত হৈ আগুৱাই গৈছে সমুখলৈ।

'বিশেষকৈ গঙ্গাৰ কথাই মোৰ মনলৈ আহিছে। ভাৰত আৰু ভাৰতবাসীয়ে কিমান যে ভালপায় গঙ্গাক! এই নৈক ঘেৰি ভাৰতৰ কিমান স্মৃতি, কত জয়-পৰাজয়ৰ সুৰধ্বনি! গঙ্গা ভাৰতৰ সুপ্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ প্ৰতিমূৰ্ত্তি—চিৰপ্ৰবাহমান, চিৰপৰিবৰ্ত্তনশীল কিন্তু তথাপিও তাই চিৰন্তনী জাহ্নবী।

'হিমালয়ৰ তুষাৰাবৃত শিখৰমালা, হিমালয়ৰ গভীৰ উপত্যকা এইবোৰ মই চিৰদিন ভাল পাই আহিছোঁ। গঙ্গাৰ ফালে চাই মোৰ এইবোৰ কথাই মনত পৰে মনত পৰে সমতলত থকা বিস্তীৰ্ণ শস্যশ্যামল ভূমি—ইয়াতেই মোৰ জীৱন মোৰ কৰ্মসাধনা।

'প্ৰভাতৰ সূৰ্যালোকত গঙ্গাক দেখিছোঁ হাস্যমুখৰ, চঞ্চলা নৃত্যপৰায়ণা; সন্ধ্যাৰ ধূসৰ ছায়াত তাকেই দেখিছোঁ আৰু এক ৰহস্যময়ীৰ ৰূপত, যি সকলো কথাই হেৰুৱাই পেলাইছে, গম্ভীৰ। শীতত যি গঙ্গাক দেখিছোঁ শীৰ্ণকায়া, ধীৰ গতি, অচঞ্চল, বৰ্ষাৰ আবিৰ্ভাৱৰ লগে লগে

সেই গঙ্গাক দেখিলোঁ। প্ৰচণ্ড আৰ্তনাদ তুলি আগুৱাই গৈছে সমুদ্ৰৰ দৰে বিৰাট, সমুদ্ৰৰ যাতে সংহাৰিণী মূৰ্ত্তিৰে। গঙ্গা মোৰ বাবে ভাৰতৰ বিগত ইতিহাস প্ৰতীক, সেই ইতিহাস প্ৰাচীনৰ পৰা বৰ্ত্তমানৰ দিশলৈ প্ৰস্থাবিত আৰু তাৰপৰাই সেয়া বৈ গৈছে ভবিষ্যৰ অনন্ত সমুদ্ৰৰ ফালে।"

নেহৰুৰ এই গঙ্গা-বন্দনা যেন ভাৰতীয় জীৱনধাৰাৰে মূৰ্ত্ত প্ৰকাশ। এই বন্দনাই আকৌ এবাৰ প্ৰমাণ কৰি দেখুৱালে মানুহ হিচাপে নেহৰুৰ ব্যক্তিত্ব হেজাৰ পশ্চিমীয়া শিক্ষা-দীক্ষা, আচাৰ-ব্যৱহাৰ, চাল-চলনৰ মাজতো যিজনৰ মন আছিল সম্পূৰ্ণ ভাৰতীয়, যি মাথোন কামেৰেই ভাৰতপ্ৰীতি দেখুৱাই যোৱা নাই মনেৰেও বিশুদ্ধ ভাৰতীয়ৰে এজন বুলি দাবী কৰে। ভাৰতৰ মাটিৰ গোন্ধ সম্পূৰ্ণ নেহৰুৰ ব্যক্তিত্বৰ মাজত একীভূত হৈ আছিল আৰু তাৰেই গুঞ্জৰণ এই গঙ্গা-বন্দনা।

অনাদি অনন্তকালৰ পৰা এই গঙ্গা বৈ আছে। পুৰণি পানীৰ ঢল আতৰি গৈছে আকৌ নতুন ঢল আহিছে···কালৰ নিয়মানুসৰি ভঙা-গঢ়াৰ কাম চলি আছে তথাপিও গঙ্গা, সেই গঙ্গা, চিৰপুৰণি, চিৰপ্ৰবাহমান। নেহৰুৰ মনেও যেন কৈছেঃ মই এই চিৰন্তন ভাৰতৰে এজন নতুন পথিক···মোৰ মুখৰ কথা হয়তো বেলেগ, ভাষা হয়তো বেলেগ, পদ্ধতি হয়তো বেলেগ, নীতি হয়তো বেলেগ কিন্তু প্ৰকৃত মন মোৰ গঙ্গাৰ দৰেই চিৰপুৰণি, চিৰপ্ৰবাহমান।

মনকৰিবলগীয়া কথা যে নেহৰুৰ এই গঙ্গা-প্ৰীতি বহুকথাত বহুধৰণে ফুটি ওলাইছে। বিভিন্ন লিখনীৰ মাজত নেহৰুৱে গঙ্গাৰ কথা উল্লেখ কৰিছে। আত্মজীৱনীৰ কেইবাঠাইতো গঙ্গাৰ কথা উল্লেখ আছে।

নেহৰুৰ বাল্য আৰু শিশুকাল অতিবাহিত হয় এলাহাবাদত ত্ৰিবেণী তীৰ্থ প্ৰয়াগত। প্ৰতি বছৰে মাঘমেলা হয় আৰু বাৰ বছৰ আঁতৰে আঁতৰে হয় কুম্ভ মেলা। লাখ লাখ যাত্ৰীৰ এই মেলাত সমাগম হয় নেহৰুৰ চকুত ভাৰতীয় সভ্যতা আৰু জাহ্নবী একেভাবে প্ৰবাহিত। এবাৰ তেওঁ লিখিছে : সেই বছৰ কুম্ভ মেলা। লাখ লাখ নৰ-নাৰী



পানীৰ সোতঁৰ দৰে এলাহাবাদলৈ যাত্ৰীসৰৰ ভাষাত প্ৰয়াগতীৰ্থলৈ আহিছে। এওঁলোকৰ বেছি ভাগেই খেতিয়ক, তাৰোপৰি শ্ৰমিক, দোকানদাৰ, শিল্পী, বিত্তবান, বিত্তহীন, ব্যৱসায়ী, বুদ্ধিজীৱী এক কথাত হিন্দু ভাৰতৰ সৰ্বশ্ৰেণীৰ সমাবেশ। এই প্ৰবাহমান জনস্ৰোতলৈ চাই চাই মই উন্মনা হৈ যাওঁ। হেজাৰ হেজাৰ বছৰ ধৰি যি নদীয়ে ভাৰতৰ নানা প্ৰান্তৰ পৰা লাখ লাখ যাত্ৰীক আকৰ্ষণ কৰে, সেই নদীঃ কি আচৰিত তাৰ শক্তি?

কিশোৰকালত মাজে মাজে নেহৰুই গৈ গঙ্গাত গা ধুইছিল যদিও ঘৰতে ছুটাকৈ সৰোবৰ আছিল। কাৰণটো, নেহৰুৰ মতে ধৰ্মীয় নাছিল। গঙ্গাত আৰু দহজনৰ মতে মিলিজুলি গা ধোৱা এইটোৱে আছিল নেহৰুৰ আকৰ্ষণ। ব্যস্ত ৰাজনৈতিক জীৱনৰ মাজতো নেহৰুৱে বাৰে বাৰে গৈছে হিমালয়ৰ উদাত্ত বুকুলৈ আৰু গঙ্গাৰ পাৰে পাৰে বাৰানসী, হৰিদ্বাৰ, প্ৰয়াগলৈ।

গঙ্গাৰ প্ৰতি নেহৰুৰ মনোভাৱৰ অন্য এক পৰিচয়।

১৯৪০ চনৰ ৭ মাৰ্চত সুবিখ্যাত লেখক এডোৱাৰ্ড থমচনে ইংলণ্ডৰ পৰা এখন চিঠিতে নেহৰুৰ (নেহৰুৰ স'তে থমচনৰ অতি ঘনিষ্ঠ বন্ধুত্ব আছিল আৰু দুয়োৰো মাজত অসংখ্য চিঠি পত্ৰৰ আদান প্ৰদান হৈছিল) জনাই যে তেওঁ গঙ্গাৰ বিষয়ে এখনি বোলছবি নিৰ্মাণ কৰিব খোজে। থমচনে লিখিছিলঃ ভাৰতবৰ্ষত এখন গঙ্গা ('GANGES') বুলি নৈ আছে। টেমচক পনীয়া ইতিহাস বুলি কোৱা হয়, মোৰ ধাৰণা গঙ্গাও ('GANGES') পনীয়া আৰু ইতিহাসো আছে। এনেধৰণে কৌতুক কৰি চিঠিখন আৰম্ভ কৰি (থমচনৰ প্ৰতিখন চিঠিয়ে ৰগৰ কৰি লিখা) নেহৰুক সুধিছিল যে তেওঁ কোনটো সময়ত ভাৰতলৈ গ'লে ভাল হয়, কেনে ধৰণে ছবিখন আৰম্ভ কৰিব, গঙ্গাৰ ইতিহাস কি, মেলাৰ দৃশ্য আদি সংযোজনা কৰিব পাৰি নে নাই ইত্যাদি সকলো কথা খৰচি মাৰি লিখিবলৈ অনুৰোধ জনাইছিল। মনকৰিবলগীয়া কথা যে থমচনে এই চিঠিখন নেহৰুলৈ সম্বোধন কৰিছে··· চিঠিখন যাতে

ৰঞ্জিত পণ্ডিতৰ ( নেহৰুৰ ভনী জোঁৱায়েক, বিজয়লক্ষ্মী পণ্ডিতৰ স্বামী ) হাতলৈ যায় সেইটো উল্লেখ কৰিছিল। থমচনৰ স'তে ৰঞ্জিতৰো বৰ ঘনিষ্ঠতা আছিল। সেইবাবেই থমচনৰ চিঠিত প্ৰথম বাক্যটোৱে আছিল : I think this leter should probably go to Ranjit ; it needs a really intelligent readers.

কিন্তু নেহৰুৱে নিজে সম্পূৰ্ণ এমাহৰ পিচত এলাহাবাদৰ পৰা উক্ত চিঠিৰ উত্তৰ দিয়ে। নেহৰুৱে কিয় দিয়ে চিঠিখনে ক'ব। নেহৰুৰ চিঠিৰ এয়া হুবহু অনুবাদ :

মৰমৰ এডোৱাৰ্ড,

তোমাৰ ১৭ তাৰিখৰ চিঠি মই পাইছোঁ। তুমি অক্টোবৰত ভাৰতলৈ আহিবা বুলি শুনি বৰ আনন্দিত হৈছোঁ। তেতিয়া মই ক'ত থাকোঁ অথবা মোক তুমি পোৱা নে নাই মই নেজানোঁ। যিয়ে নহওক ভাৰতবৰ্ষ ইয়াতে থাকিব আৰু গঙ্গাও থাকিব।

গঙ্গাৰ বিষয়ে তুমি ছবি কৰা কল্পনাটি সঁচাকৈয়ে সুন্দৰ। মই এই চিঠিখন বেছি বুধিয়ক ৰঞ্জিতলৈ ঠিকেই দিম কিন্তু মই নিজেও যিহেতু এজন কল্পনাবিলাসী মোৰো অলপ কিবা ক'বৰ ইচ্ছা গৈছে।

যিহেতু গঙ্গা নিজে বুৰঞ্জী, গতিকে তাৰ বুৰঞ্জীমূলক দিশটো ছবিত উলিয়াবই লাগিব। ভাৰতৰ ঐতিহ্য, ইতিহাস, কলা, সংস্কৃতিৰ সতে গঙ্গাৰ নিবিড় সম্পৰ্ক। তুমি তাইৰ বিষয়ে যতে ততে দেখা পাবা। সমগ্ৰ বিষয়বস্তুটি পৰিপূৰ্ণভাবে উপস্থাপন কৰাটো অৱশ্যে কঠিন হ'ব, কিন্তু যেনেকৈ নহওঁক ঐতিহাসিক আৰু ঐতিহ্যপূৰ্ণ দিশটো বাদ দিব নোৱাৰি। অৱশ্যে অতিপ্ৰাকৃত যিবোৰ কাহিনী প্ৰচলিত আছে সেই বিষয়ে একো ক'ব নেলাগে। তথাপিও ভাৰতীয় পুৰাণ আৰু কলাক বুজিবলৈ পৌৰাণিক কাহিনীটো ক'বই লাগিব কেনেকৈ গঙ্গাই জটাধাৰী শিৰৰ মূৰত পৰিছেগৈ আৰু সেই জটাধাৰী শিৰৰ মূৰে কেনেকৈ হিমালয়ক বুজাইছিল। মই ভাবোঁ, এয়া কিছু পুৰণি আৰু জনাজাত ভাস্কৰ্য্যৰ যোগেদি প্ৰতিফলিত কৰিব পাৰিবা। তেনে ভাস্কৰ্য্য বহু আছে।



আৰো কিছুমান ঐতিহাসিক দৃশ্য আছে যিবোৰ দেখুৱাবই লাগিব যেনে ধৰা, আৰ্যবোৰৰ প্ৰৱেশ আৰু তেওঁলোকৰ গঙ্গাৰ পাৰত উপস্থিত আৰু সেই মহান নদী দেখি তেওঁলোকৰ আনন্দোচ্ছাস। চাৰ মহম্মদ ইকবালৰ বিখ্যাত গীত 'চাৰে জাহা সে আচ্ছা হিন্দুস্থা হামাৰা'ত দুটি বিখ্যাত শাৰী আছে। এয়াই আৰ্যসকল অহা কথাকে বুজাইছে। এই দুটি শাৰী ছবিত কিবাকৈ অনাব পাৰিলে ভাল হয়। কবিতাৰ শাৰী দুটি হ'ল :

অয়-অব-ঈ-ৰড-ঈ গঙ্গা ৱহ দিন হায় যাদ তুঝকো
উতাৰা তেৰে কিনাৰে জব্ কৰাৱান হামাৰা

......আৰো গঙ্গাৰে পাৰত বহু যুদ্ধই সংঘটিত হৈছে। চন্দ্ৰগুপ্ত মৌৰ্যৰ দিনত হোৱা গ্ৰাক আক্ৰমণ গঙ্গাৰ পাৰতে কৰবাত যতি পৰিছিল, সম্ভৱতঃ সেই ঠাই এলাহাবাদৰ পৰা দূৰৈত নহয়। চন্দ্ৰগুপ্ত সময়ৰ ঘটনাৰাশি দেখুৱালে ছবিখনি আৰু সুন্দৰ হ'য়। কৌনজ সেই সময়ত বৰ বিখ্যাত নগৰ আছিল বিশেষকৈ তাত নিৰ্মিত তৰোৱাল আৰু আন আন লোৰ অস্ত্ৰ-শস্ত্ৰবোৰ। কনৌজৰ নিৰ্মিত তৰোৱালৰ বিষয়ে চোবাবকুস্তমৰ কাহিনীত উল্লেখ আছে আৰু মোৰ যিমানদূৰ মনত পৰে 'চাহনামা'ত আলেকজেণ্ডাৰ আক্ৰমণৰ বৰ্ণনাতো উল্লেখ আছে।

ইয়াৰো আগেৰ কথা কবলৈ হলে ৰামায়ণ আৰু মহাভাৰত কাহিনী জড়িত কৰাব পাৰি! তাৰপিচত অশোকৰ সময়ছোৱা, গঙ্গাৰ পাৰত অৱস্থিত তেওঁৰ মহান ৰাজধানী পাতালিপুত্ৰৰ কথা।

ভাৰতীয় সাহিত্য গঙ্গাৰ নামেৰে ভৰি আছে। আৰু তুমি তাৰ নাম পাবা ব্ৰহ্মদেশ আৰু ইণ্ডো-চায়নাৰ বিভিন্ন গীতত। পূৰ্বৰ সময়ৰ অহা চীন পৰিব্ৰাজক হিউৱেন চাঙে এলাহাবাদত হোৱা কুম্ভমেলাৰ কথাৰ বৰ্ণনা দিছে, যিটো সেই সময়তো ইমান প্ৰাচীন উৎসৱ আছিল। ইয়াৰ বাহিৰেও অসংখ্য ঐতিহাসিক কাহিনী আছে যিবোৰ চিত্ৰিত কৰিব পাৰি। গঙ্গা উপত্যকা, বিশেষকৈ গঙ্গা আৰু যমুনাৰ মাজৰ

ঠাই ডাঙৰ, বহু ইতিহাস জনশ্ৰুতি আৰু গীতেৰে পৰিপূৰ্ণ। আৰু তুমি যদি সেই ৰূপহী ধীৰ গতিৰ যমুনাকো লোৱা তেতিয়া হলে সেই নদীক কেন্দ্ৰ কৰি তুমি সমগ্ৰ কৃষ্ণ কাহিনী আৰু মথুৰা বৃন্দাবনৰ ব্ৰজভাষাত ৰচিত মিঠা গীত সমূহো পাবা।

কোন সময়ক তুমি অহাতো ঠিক হ'ব কোৱাটো কঠিন। শীতকালত গঙ্গা কিবা নিমজ হৈ যায় আৰু তেতিয়া বিভিন্ন ঠাইত বিশেষ চাবলৈ একো নেথাকে। বৰ্ষাৰ দিনতে বেচ ভাল হব। কিন্তু মেলাবোৰ হয় শীতকালত। সবাতোকৈ ডাঙৰ মেলা হল কুম্ভ মেলো যি প্ৰতি বাৰ বছৰৰ আঁতৰে আঁতৰে হয়।···

মই নেজানো তুমি গঙ্গাৰ উৎস গঙ্গোত্ৰীলৈ যাবলৈ পাৰা নে নাই। এই যাত্ৰা বৰ দুৰ্গম······মই নিজেও অৱশ্যে তালৈ যোৱা নাই···কিন্তু মই দুবছৰ আগতে গাৰৱাল পৰ্বতেদি বহুদূৰলৈ গঙ্গাক অনুধাবন কৰিছিলোঁ আৰু পিচত আকাশীজাহাজেৰে বদ্ৰীনাথলৈ গৈছিলোঁ। তেতিয়া গঙ্গা আকাশৰ পৰা দেখিছিলোঁ।'

শ্ৰীমচনে উক্ত বোলছবি কৰিলে নে নাই মই নেজানোঁ।

কিন্তু এই চিঠিয়ে প্ৰমাণ কৰিব নেহৰুৰ গঙ্গা-প্ৰীতিৰ আধিক্য। নিপুণ বোলছবি নিমাৰ্তাৰ দৰে কেনেকৈ গঙ্গাৰ মানস ছবি তেওঁৰ চকুত ধৰা পৰিছিল, গঙ্গাৰ ইতিহাসে কেনেকৈ তেওঁক বিমুগ্ধ কৰিছিল-- এই চিঠিৰ ছত্ৰে ছত্ৰে তাৰ ৰূপ বিৰাজমান। আৰু সেয়েহে—

বিগলিত করুণা······গঙ্গা।

গঙ্গা আছিল। আছে। থাকিব।

০ ০ ০